শ্ৰীশ্ৰীনবদেৱ গ্ৰন্থাৱলী ২ ।

# শ্ৰীশ্ৰীবনমালীদেৱ-চৰিত ।



বৰ্চোতা

৺ৰমাকান্ত দ্বিজ

সম্পাদক

শৰৎচন্দ্ৰ গোস্বামী



অসম সাহিত্য সভা
চন্দ্ৰকান্ত সন্দিকৈ ভৱন
যোৰহাট অসম

নতুন প্ৰকাশ
১৮৭৮ শক : ১৯৫৬ চন

# নিবেদন।

অসম সাহিত্য সভাই শ্ৰীশ্ৰীনৰদেৱৰ গ্ৰন্থাৱলীৰ ১ম গ্ৰন্থ আৰু ২য় গ্ৰন্থ স্বৰূপে শ্ৰীশ্ৰীদামোদৰ দেৱৰ চৰিত আৰু শ্ৰীশ্ৰীবনমালী দেৱৰ চৰিত এই দুখনি গ্ৰন্থ বহু বছৰ পূৰ্ব্বে প্ৰকাশ কৰিছিল আৰু সেই গ্ৰন্থ দুখনি শ্ৰদ্ধেয় শৰৎচন্দ্ৰ গোস্বামী ডাঙৰীয়াই সম্পাদন কৰি উলিয়াইছিল। সেই গ্ৰন্থ দুখনি প্ৰকাশ হোৱাৰ পিছত কিছু বাদানুবাদৰ সৃষ্টি হয় আৰু সেই সম্পৰ্কে সাহিত্য সভাই প্ৰস্তাৱ আদিও গ্ৰহণ কৰে। আমি ইয়াত সেইবোৰৰ বিস্তৃত বিৱৰণ দিব নোখোজোঁ। কিয়নো সাহিত্য সভাৰ কাৰ্য্য-বিৱৰণীতে সেইবোৰ লিপিবদ্ধ হৈ আছে। মুঠতে পুথি দুখনি বহুত দিন পাবলৈ নাইকিয়া হৈ থকাত অনেকে অসন্তোষৰ ভাৱ প্ৰকাশ কৰে আৰু এই পুথি দুখন আৱশ্যকীয় সংশোধন কৰি হ'লেও পুনৰ প্ৰকাশ কৰিবলৈ আমাক অনুৰোধ জনায়। এই সকলো কথা সাহিত্য সভাৰ বিভিন্ন কাৰ্য্যনিৰ্ব্বাহক সভাত

বিতং ভাৱে আলোচনা কৰা হয়। ১৩।৩।৫৫, আৰু ২৪।৩।৫৫ তাৰিখে গুৱাহাটী কাৰ্য্যালয়ত বহা কাৰ্য্যনিৰ্ব্বাহক সভাৰ ১ম অধিবেশনত এই গ্ৰন্থ দুখনি পুনৰ প্ৰচলন কৰা সম্পৰ্কে পূৰ্ব্বৰ প্ৰস্তাৱ আৰু পুৰণি কাকত পত্ৰ পৰীক্ষা কৰি মতামত দিবলৈ এটি সৰু সমিতি পাতি দিয়া হয়। সেই উপ-সমিতিৰ সদস্যসকল আছিল শ্ৰীশ্ৰীযুত মিত্ৰদেৱ মহন্ত (আহ্বায়ক) শ্ৰীযুত দেৱেশ্বৰ শৰ্ম্মা (তৰাজান) আৰু শ্ৰীযুত ডিম্বেশ্বৰ নেওগ।

সেই উপ-সমিতিয়ে যোৱা ২১।১২।৫৫ তাৰিখে আমাৰ হাতত তলত লিখাৰ দৰে এটি টোকা দাখিল কৰে:—

“শ্ৰীশ্ৰীদামোদৰ দেৱ আৰু শ্ৰীশ্ৰীবনমালী দেৱ চৰিতৰ সম্পৰ্কে বিচাৰ কৰিবলৈ ভাৰ পোৱা উপ-সমিতিৰ সভা স্বৰূপে আমি জনাওঁ :—

(১) যে প্ৰথমখনি চৰিত্ৰ পুথিৰ মূল বিচাৰি আমি দক্ষিণ-পাট, বৰপেটা আদি খনদিয়েক সত্ৰলৈ আৰু জনদিয়েক এই বিষয়ে অভিজ্ঞতা থকা লোকলৈ যি যি চিঠি লিখিছিলো তাৰ উত্তৰ স্বৰূপে কোনো পুথি নেপালোঁ। যদি অহা বছৰতো কোনো ঠাইৰ পৰা মূল পুথিখনি পাওঁহক তেনেহলে সেই বিষয়ে আমাৰ মত দিব পৰা হ'ব।

(২) শ্ৰীশ্ৰীবনমালী দেৱৰ মূল চৰিত পুথিখনি দক্ষিণপাট সত্ৰৰ সৌজন্যত পোৱা হৈছিল আৰু সেই পুথিৰ লগত ছপা

চৰিত্ৰখনি মিলাযো চাৱা হৈছিল। মূল পুথি আৰু ছপা পুথিৰ ভিতৰত ক'তো গৰমিল পোৱা নহ'ল; কিন্তু ছপা পুথিৰ সম্পাদন কৰোঁতে সম্পাদক ৺শৰৎচন্দ্ৰ গোস্বামীদেৱে পাতনি আৰু টোকাত যিখিনি কথাৰ উল্লেখ কৰিছে সেই কথাবিলাকৰ লগত মূল পুথিৰ কোনো সামঞ্জস্য নাই। গতিকে পাতনি আৰু টোকাৰ বাবে অসম সাহিত্য সভাই দায়ীত্ব অস্বীকাৰ কৰি পুনৰ প্ৰচলনৰ ব্যৱস্থা কৰিলে সমীচীন হ'ব বুলি আমি বিবেচনা কৰোঁ।

শ্ৰীশ্ৰীমিত্ৰদেৱ মহন্ত
যোৰহাট শ্ৰীদেবেশ্বৰ শৰ্ম্মা,
২১।১২।৫৫ উপ-সমিতিৰ সভ্যসকল।"

এই টোকাটিৰ কথা আৰু এই বিষয়ৰ আন প্ৰাসঙ্গিক কথা ২৪।১২।৫৫ তাৰিখে সভাৰ গুৱাহাটী কাৰ্য্যালয়ত বহা কাৰ্য্যনিৰ্ব্বাহক সমিতিৰ ৪ৰ্থ অধিবেশনত আলোচনা কৰা হয় আৰু তলত দিয়াৰ দৰে সিদ্ধান্ত গ্ৰহণ কৰে।

"উপ-সমিতিৰ প্ৰতিবেদনৰ মৰ্ম্ম অনুসৰি শ্ৰীশ্ৰীবনমালী দেৱৰ চৰিত পুথিখনি পাতনি বাদ দি ২য় সংস্কৰণ স্বৰূপে প্ৰকাশ কৰিবলৈ স্থিৰ কৰা হয়।"

এতিয়া কাৰ্য্যনিৰ্ব্বাহক সভাৰ সিদ্ধান্তকে সাব্যস্ত কৰি আমাৰ হাতত থকা কিতাপখনিকে পূৰ্ব্বৰ পাতনি বাদ দি পুনৰ প্ৰচলনৰ অৰ্থে আমাৰ বক্তব্যৰ সৈতে ৰাইজলৈ সম্ভৰ্পণে আগবঢ়োৱা হ'ল।

বিনীত,

শ্ৰীঅতুলচন্দ্ৰ হাজৰিকা,

প্ৰধান সম্পাদক, অসম সাহিত্য সভা,

গুৱাহাটী কাৰ্য্যালয়।

## শ্ৰীশ্ৰীদাক্ষিণপাটায় গোস্বামী সকলৰ বংশাৱলী।






# শ্ৰীবনমালিদেৱৰ চৰিত।

শ্ৰীশ্ৰীকৃষ্ণায় নমোনমঃ

( ১ )

## মঙ্গলাচৰণ

জয় জয় কৃষ্ণদেৱ পৰম পুৰুষ।
অনাদি অনন্ত সত্য শুদ্ধ হৃষিকেশ॥
নমো নমো মাধৱ দৈত্যাৰি বাসুদেৱ।
তোমাৰ পদাৰবিন্দে পৰি কৰো সেৱ॥ ১
নমো কৃষ্ণ নমো কৃষ্ণ নমো কৃষ্ণ হৰি।
শৰণে পসিলো প্ৰভু লৈয়ো দাষ কৰি॥
নমো নন্দসুত কৃষ্ণ দৈত্য অন্তকাৰি।
সন্তক পালিলা দুস্ত অসুৰ সংহৰি॥ ২
সৰ্ব্ব অৱতাৰৰ কাৰণ কৃষ্ণদেৱ।
তান চৰণত কোটি কোটি কৰো সেৱ॥
নমো মৎস্যৰূপধৰ কৃষ্ণ কৃপাময়।
সত্যব্ৰত উদ্ধাৰিলা দুৰ কৰি ভয়॥ ৩
নমো হয়গ্ৰীৱ মধুকৈতভ-নাশন।
নমো কূৰ্ম্মৰূপধৰ মন্দৰ ধাৰণ॥

নমো ভূমি-উদ্ধাৰক-কাৰণ শূকৰ।
নমো নৰসিংহ সৰ্ব্বলোক ভয়হৰ॥ ৪
নমো তৃবিক্ৰম প্ৰভু কপট বামন।
নমো ভৃগুপতি ৰাম ক্ষত্ৰিৱ নাসন॥
নমো নমো ৰঘুকুল-তিলক মুৰাৰি।
ভকতৰ মনোৰম ৰাৱনাক মাৰি॥ ৫
নমো বুদ্ধৰূপ দৈত্য-দানৱ-মোহন।
নমো ম্লেচ-ক্ষত্ৰি-হন্তা কল্কী নাৰায়ণ॥
নমো বাসুদেৱ কামদেৱ শঙ্কৰ্ষণ।
অনিৰুদ্ধ সমে সুদ্ধ কৰা মোৰ মন॥ ৬
চিত্ত বুদ্ধি অহঙ্কাৰ মন প্ৰৱৰ্ত্তাই।
থাকা চাৰিৰূপে প্ৰভু তুমি সমুদাই॥
মোৰ ইস্ত দেৱ কৃষ্ণ যগত আধাৰ।
তোমাৰ চৰণে কৰো কোটি নমস্কাৰ॥ ৭
তুমি-দত্ত অভিলাস জি কিচো মনৰ।
সিদ্ধি কৰিয়োক মোৰ প্ৰভু গদাধৰ॥
অচিন্ত্য-প্ৰভাৱ কৃষ্ণ তুমি হৃষিকেশ।
নমস্কাৰ কৰি মোত হুয়োক সন্তোষ॥ ৮
মোৰ হৃদি গুহাত প্ৰকাশ হোৱা দেৱ।
তোমাৰ চৰণে দণ্ডৱতে কৰো সেৱ॥
সুনা সভাসদ সন্তগুণ ৰত্নমালা।
সন্তক সেবিবে লাগি নকৰিৱো হেলা॥ ৯

সন্তেসে ভক্তিৰ মূল কহিচা আপুনি।
সন্তক সেবিবে লাগে তযু আজ্ঞা মানি॥
সন্তক সেবিলে বাঢ়ে ভক্তি অনুক্ষণ।
তাহাতে সন্তোষ হোন্ত দেব জনাৰ্দ্দন॥ ১০
বিশেষত গুৰুসেৱা সবাতো অধিক।
হৰি গুৰু সম কৰি যোগ্য সেবিবাক॥
গুৰু ৰূপে হৰি জানা আপুনি প্ৰত্যেক।
আত্মা জ্ঞান পৰিচয় কৰাইলা সবাক॥ ১১
জ্ঞানবন্ত প্ৰভু গোসাঞি বনমালিদেৱ।
তাহান চৰণে দণ্ডৱতে কৰো সেৱ॥
তান গুণ বৰ্ণাইবোহো মতি অনুসাৰে।
নিসেসে গুণক বৰ্ণাবাক কোনে পাৰে॥ ১২
দৃষ্টশ্ৰুত গুণগণ কৰিবো বৰ্ণন।
তাৰ মাঝে জিবা কিচো লৱে মোৰ মন॥
দেখা সভাসদ কেন কুবুদ্ধিৰ মতি।
কৰো অঙ্গিকাৰ গুণ বৰ্ণাইবাক প্ৰতি॥ ১৩
গোসাঞি বনমালি গুণ সাগৰ সঙ্কাস।
তাক বৰ্ণাইবাক লাগি মঞি কৰো সাষ॥
মই মন্দমতি কৈৰ পৰম অজ্ঞানি।
তথাপি কৰিলো সাষ পুৰুষাৰ্থ মানি॥ ১৪
বিশেষত মহাজন আজ্ঞা আছোঁ পায়া।
এহি হেতু কোনো জনে নকৰে অসুয়া॥

[২]ৰামদেৱ নামে সন্তৰূপে ভগবন্ত।
পদ কৰিবাক মোক আজ্ঞা কৰিলন্ত॥ ১৫
তান আজ্ঞা মানি মই কুমতি পামৰ।
পদৰূপে ব্যক্ত কৰো গুণক সম্ভৱ॥
বৈষ্ণৱ সেৱক মঞি কৰো নমস্কাৰ।
নিন্দা নকৰিবা দোষ দেখিয়া আমাৰ॥ ১৬
পঙ্কেজাত পদ্ম, মধু মখিকাত জাত।
অনাদৰ নকৰন্ত তথাপি সাখ্যাত॥
অল্পজন কৃত বুলি অসূয়া এড়িয়া।
সন্তগুণ হেন জানি আত মন দিয়া॥ ১৭
কৃষ্ণ চৰণত মঞি কৰোহো প্ৰাৰ্থন।
হে কৃষ্ণ প্ৰভু ভগবন্ত জনাৰ্দ্দন॥
অনাদি অনন্ত হৃষিকেশ নাৰায়ণ।
কৰা জগন্নাথ মোৰ কামনা পূৰণ॥ ১৮
[৩]ভাগবত প্ৰবৰ্ত্তক জিতো আদিদেৱ।
তাহান চৰণে দণ্ডৱতে কৰোসেৱ॥
নমো নমো নাৰায়ণ যগতৰ গতি।
তযু নাভি-কমলত ব্ৰহ্মা উতপতি॥ ১৯
নমো ব্ৰহ্মাদেৱ জগতৰ শ্ৰীস্তিকৰ।
জাতহন্তে প্ৰবৰ্ত্তিল ভাগৱত বৰ॥
নমোদেৱ ঋষি ব্ৰহ্মাসুত ভগবান।
ব্যাসত কহিলা জিতো ভাগবত জ্ঞান॥ ২০

## মঙ্গলাচৰণ।

নমো নমো ব্যাস দেৱ হৰি অৱতাৰ।
চাৰি বেদ চৌধ সাস্ত্ৰ কণ্ঠোগত জাৰ॥
নমো নমো ব্যাসৰ নন্দন শুকদেব।
কৰা কৃপা প্ৰভু দণ্ডৱতে কৰো সেৱ॥ ২১
নমো পৰিক্ষিত সন্ত মহাভাগৱত।
সুনিলন্ত ভাগৱত শুকৰ মুখত॥
নমো নমো উগ্ৰশ্ৰৱা-সুত সুভনয়।
ভাগৱত কহিলন্ত জিতো মহাশয়॥ ২২
নমো সৌনকাদি ঋষিসব ব্ৰহ্মবাদি।
প্ৰবৰ্ত্তাইলা ভাগৱত সাস্ত্ৰ যে অনাদি॥
বৈকুণ্ঠৰ সাস্ত্ৰ ইতো শ্ৰীভাগবত।
সম্প্ৰদায়ৰূপে প্ৰবৰ্ত্তিল জগতত॥ ২৩
সিতো সম্প্ৰদায়ক আপুনি দেব হৰি।
প্ৰবৰ্ত্তাইলা চৈতন্যাদি সন্ত ৰূপ ধৰি॥

# কামৰূপীয় বৈষ্ণৱ সম্প্ৰদায় :

## দামোদৰদেৱ।

৺চৈতন্য শঙ্কৰ দেব দামোদৰ শন্ত ।
মাধৱ গোপাল বলদেৱ জে মহন্ত ॥ ২৪
শ্ৰীমন্ত পৰমানন্দ গোসাঞি বনমালি ।
গোসাঞিঁ মিশ্ৰ আছিলা ধৰ্ম্মক প্ৰতিপালি ॥
জয়হৰিদেব গোসাঞিঁ নিৰঞ্জন সন্ত ।
ৰামকৃষ্ণদেব যদুদেব জে মহন্ত ॥ ২৫
এহিসব ধৰ্ম্ম প্ৰবৰ্ত্তক মহাজন ।
সবাৰো চৰণে মঞিঁ কৰোহো বন্দন ॥
আছিলা পুৰুষোত্তম মহন্ত অপৰ ।
তান সন্ত গুণক আমাৰ নমস্কাৰ ॥ ২৬
শঙ্কৰ স্বৰূপে হৰে আপুনি প্ৰত্যেক ।
ভক্তি জ্ঞান উপদেশ দিলন্ত লোকক ॥
গূঢ় অৰ্থ ভাগবত পদবন্ধে কৈলা ।
অজ্ঞানি জনক লাগি পৃথিবিত থৈলা ॥ ২৭
সৰ্ব্বদায়ে কৰা মাত্ৰ হৰিত ভকতি ।
নাহি চেদ-ভেদ নজানিয় দিন ৰাতি ॥
হেন দেখি দেৱ দামোদৰ আত্মাৰাম ।
সকলে প্ৰসঙ্গ প্ৰভু কৰিলা নিয়ম ॥ ২৮

ধৰ্ম্ম প্ৰবৰ্ত্তক প্ৰভু দামোদৰ দেৱ।
তান চৰণত কোটি কোটি কৰো সেৱ ॥
তান গুণ বৰ্ণাইবাক মোৰ শক্তি নাই।
নমস্কাৰ কৰো মাত্ৰ কেবলে সদাই ॥ ২৯
দেৱ দামোদৰ সন্ত হৰি অবতাৰ।
জেমনে কৰিলা ধৰ্ম্ম লোকত প্ৰচাৰ ॥
মতি অনুসৰে মঞিও জিবা কিচো পাৰি।
কৰিবো বৰ্ণন সাধু সিৰে আজ্ঞা ধৰি ॥ ৩০
পুৰ্ব্বত আছিলা লোক ধৰ্ম্ম বিবৰ্জ্জিত।
নজানে সাস্ত্ৰক সবে বোলে অযুগুত ॥
হেন দেখি দেৱ দামোদৰ সন্ত হৰি।
অধৰ্ম্মি লোকক প্ৰভু দেৱে কৃপা কৰি ॥ ৩১
কৰিলন্ত সত্ৰ ভক্ত একত্ৰ কৰিয়া।
আত্মাজ্ঞান কহিলা লোকক কৰি দয়া ॥
নানাদেশি ব্ৰাহ্মণক কৰাইলা ভকত।
নাম জসস্যায়ে ইতো. পৰি[illegible]৩
প্ৰেমৰ মন্দিৰ দেৱ দামো[illegible]ৰ
লোককো সিখান্ত আপুনিয়ো আচৰন্ত ॥
*বেহাৰ নগৰে সত্ৰ কৰিলা নিৰ্ম্মান।
প্ৰবৰ্ত্তাইলা ভাগবত নাম জে কীৰ্ত্তন ॥ ৩৩
ব্ৰহ্ম মুহূৰ্ত্ততে উঠি দেৱ দামোদৰ।
মুখ হস্ত পখালি পোসন্ত নামঘৰ ॥

ভক্ত সবে নাম লবে সুললিত কৰি।
আসনত বসিয়া সুনন্ত মৌন ধৰি ॥ ৩৪
নাম অবসানে ভাগবতক সুনন্ত।
কহে সুললিত কৰি বলদেব সন্ত ॥
ধাৰাসাৰে বহে জল দুভয় নয়নে।
প্ৰেমে পুলকিত ৰোম সিহড়ে সঘনে ॥ ৩৫
ভাগবত পাঠ জেবে ভৈল সমাপতি।
পৰাত প্ৰসঙ্গ ভৈৱে সুনন্ত সম্প্ৰতি ॥
তাত পাছে গীতৰ জে প্ৰসঙ্গ সুনন্ত।
হৰিক মনত ধৰি গৃহে চলি জান্ত ॥ ৩৬
তৈল লৈযা স্নান কৰি বিষ্ণু-পদ-জল।
নিৰ্ম্মাল্য প্ৰসাদ অন্ন ভুঞ্জা কৌতুহল ॥
মুখ সুদ্ধি কৰি পাছে হৰিক স্মৰিয়া।
একক্ষন মাত্ৰ প্ৰভু থাকন্ত সুতিয়া ॥ ৩৭
উঠি আথ-বেথ কৰি নামঘৰে জাযা।
হৰিক চিন্তিয়া ॥
গুন কৰন্ত।
নাম অবসানে পদ-পাঠক সুনন্ত ॥ ৩৮
তাত পাছে ভাগৱত-সুনা মৌন ধৰি।
সন্ধ্যা সময়ত থাকা মালা জপ্য কৰি ॥
পাছে ভক্ত সবে উঠি নামক গায়ন্ত।
প্ৰেমে পুলকিত হয়া [illegible] শুনিয়া থাকন্ত ॥ ৩৯

পদ-পাঠ সুনি পাচে সুনন্ত কীৰ্ত্তন ।
তিনি পৰিচেদ পদ বোলন্ত শোভন ॥
এহি মতে প্ৰসঙ্গতে মধ্য ৰাত্ৰি ভৈলা ।
গৃহে গৈয়া বিষ্ণু-দত্ত অন্নক ভুঞ্জিলা ॥ ৪০
মুখ সুদ্ধি কৰি পাচে কৰন্ত শয়ন ।
হাতে মালা ধৰি চিন্তে কৃষ্ণৰ চৰণ ॥
সৰ্ব্বদায়ে কৰা মাত্ৰ হৰিক স্মৰণ ।
হৰি বিনে আন কিচো নাহি তান মন ॥ ৪১
হেন দেৱ দামোদৰ সন্ত অগ্ৰগনি ।
আপুনাৰ আয়ু সেষ ভৈল হেন জানি ॥
বলৰাম দেৱক বুলিলা বাক্য নিস্ত ।
ভাগবত সাস্ত্ৰ তুমি কহিবা বিসিস্ত ॥ ৪২
বান্ধনি পৰমানন্দ থাকিব সত্ৰত ।
দুয়ো মিলি প্ৰবৰ্ত্তাইবা ভক্ত ভাগবত ॥
এহি আদেশিয়া দুইকো থাপিৱা সত্ৰত ।
বৈকুণ্ঠক গৈলা চলি সাধুৰ সম্মত ॥ ৪৩
ইতো প্ৰসঙ্গৰ নিতি প্ৰবিতি উত্তম ।
দামোদৰ গোসায়েসে কৰিলা নিয়ম ॥
মহাভাগৱত সন্ত দেৱ দামোদৰ ।
তাহান চৰণে আমি কৰোহো কাতৰ ॥ ৪৪
ভাগবত ব্যাখ্যা কৰা গোসাঞি বলৰাম ।
শুনিতে যাহাৰ [illegible] নাহিকে বিৰাম ॥

শ্ৰীমন্ত পৰমানন্দে শুনা মৌন ধৰি।
প্ৰেমে নয়নৰ জল বহে সৰসৰি ॥ ৪৫
হেনয় পৰমানন্দ দেৱ জে উত্তম।
ভাগৱত মূৰ্ত্তি প্ৰভু বলদেৱৰাম ॥
দুয়োজন আছিলা ধৰ্ম্মক ৰক্ষা কৰি।
গোসাঞিং দেৱদামোদৰ বাক্য সিৰে ধৰি ॥ ৪৬

——০——

( ৩ )

## শ্ৰীবনমালিদেৱ : বংশ, জন্ম, বাল্যকাল।

এহি মতে অ'চা দুয়ো ধৰ্ম্ম প্ৰতিপালি।
জেন মতে গৈলা বৈকে গোসাঞি বনমালি ॥
জেন মতে অধিকাৰি দুয়ো কৰিলন্ত।
প্ৰবৰ্ত্তাইলা ধৰ্ম্ম যেন মতে দেৱ সন্ত ॥ ৪৭
জেন মতে সিশু কালে গেলা প্ৰভুদেৱ।
১১শ্ৰীমন্ত গোপাল পদে কৰিলন্ত সেৱ ॥
সিষৱ কথাত আছে মহিমা অনন্ত।
শুনা ভক্ত সব তান গুণৰ মহত্ত ॥ ৪৮
সিশু-কাল হন্তে আছে অনেক মহিমা।
সাবসেসে কহি কোনে কৰিবেক সিমা ॥
তথাপিতো সক্তি অনুৰূপে জিবা পাৰি।
কৰিবো বৰ্ণন সাধু আজ্ঞা সিৰে ধৰি ॥ ৪৯
'হে সাধু সব মোক কিচো কৰা দয়া।
জেন বা প্ৰকাৰে সিদ্ধ হোৱে ইভো ক্ৰিয়া ॥
এহি কৰ্ম্মে তুষ্ট হুয়া গোসাঞি বনমালি।
দিবন্তোক মোক আপুনাৰ পদধূলি ॥
তান পদৰেণুৰ মহিমা আছে যত।
কহিবাক লাগি মঞি নুহিকো সকত ॥ ৫০

হেন জানি সাধুৰ সেৱাত কৰা ৰতি।
সাধুসেবা কৰিলেসে বাঢ়য় ভকতি॥
ভক্তি লুভি দামোদৰ কহ সৱে জ্ঞানি।
সন্ত সঙ্গ লৈয়া ভক্তি কৰা হেন জানি॥ ৫১
কৃষ্ণক ভজিলে সবে পুৰুষাৰ্থ পাই।
কৃষ্ণ বিনে ভজনিয়া দেৱ আন নাই॥
সকলে ধৰ্ম্মতে শ্ৰেস্ত কৃষ্ণৰ কীৰ্ত্তন।
কৃষ্ণক ভজিবে লাগি কৰিয়ো জতন॥ ৫২
কৃষ্ণৰ চৰণে মোৰ বাঢ়োক ভকতি।
বোলে ৰমাকান্ত দ্বিজ অতি সিশুমতি॥
হৰিক চিত্তত ধৰি এড়া আন কাম।
নিৰন্তৰে নৰে ডাকি বোলা ৰাম ৰাম॥ ৫৩

দোলড়ি।

ব্ৰহ্মাৰ নন্দন পৰম সোভন
বৈলন্ত বসিস্ত ঋষি।
তানপুত্ৰ সক্তি তাহান্ত বৈলন্ত
পৰাসৰ মহাযসি॥
সেহি পৰাসৰ গোত্ৰে দ্বিজবৰ
বৈলা অতি সুক্ষমতি।
দশৰথ নাম গুণে অনুপাম
হৰিত কৰা ভকতি॥ ৫৪

[১২]বস্তাবাবি নাম গ্রাম অনুপাম
সর্ব্বগুণে অনিন্দিত।
মহানদ তীর্থ- বাজ ব্রহ্মপুত্র
বহে যাব দক্ষিণত ॥
হেনয় স্থানত নিবাস কবিলা
দশবথ মহামতি।
তাহান তনয় ভৈলা যদুদেব
পবম মহন্ত আতি ॥ ৫৫
মহাশুদ্ধ চিত্ত হবি বিনে বিত্ত
নেদেখন্ত কিচোমান।
হবিক মনত ধবিয়া থাকন্ত
নাহি কিচো তান আন ॥
আচিলন্ত এক ব্রাহ্মণ-প্রবব
মহিন্দ্র ভাবতি নাম।
ভাগবত সাস্ত্র কহন্ত সদায়ে
নাহিকে তান বিশ্রাম ॥ ৫৬
তাহানে দুহিতা অতি সুচবিতা
বিহাইলন্ত যদুদেব।
মাধব-পৃয়া জে দেবিয়ো বিস্বাসে
স্বামিক কবিলা সেৱ ॥
মহারূপৱতি গুণে অনিন্দিতা
পতিব্রতা-গুণে-খ্যাত।

তাহান গৰ্ভত পৰম সুন্দৰ
দুই পুত্ৰ ভৈলা জাত ॥ ৫৭
তাত অনন্তৰে যদুমনিদ্বিজে
গঙ্গাক লাগিয়া গেলা।
স্নানদান কৰি মহাসুদ্ধ হুয়া
পৰম আনন্দ ভৈলা ॥
প্ৰবেস ভৈলন্ত বনমালি সন্ত
পাছে যদুদেৱ মনে।
সুদ্ধচিত্ত হুয়া কৃষ্ণ-চৰণত
ভক্তি কৈলা অনুক্ষণে ॥ ৫৮
তৈৰপৰা আসি মনত হৰিসি
মাধব পূয়া দেবিৰ।
গৰ্ভত আনন্দে কৰিলা থাপন
যদুমনি মহাধিৰ ॥
দেবিয়ো ধৰিয়া প্ৰকাস কৰিলা
কান্তিমন্ত হুয়া আতি।
বৈষ্ণব তেজৰ মহিমায়ে তান
হৰিত ভৈলা ভকতি ॥ ৫৯
এহি মতে জেবে নবমাস ভৈল
পূৰ্ণ দষ মাস গৈল।
৬০ জেবে মাঘমাস ভৈলন্ত প্ৰবেষ
তিথি সুমঙ্গল ভৈল ॥

সেহিসময়ত নিসাপতি চন্দ্ৰ
মুলানক্ষত্ৰক পাইলা।
বুদ্ধ বাসৰৰ ব্ৰহ্মমুহূৰ্ত্তত
কালসুমঙ্গল ভৈলা ॥ ৬০
হেন সৰ্ব্ব সুম- ঙ্গল সময়ত
পুত্ৰ ভৈলা উত্তপতি।
উৰুলি-ঝোকাৰ দিয়া কন্যাগণে
হৰিধ্বনি কৰি আতি ॥
পুত্ৰ জন্মিবাৰ সুনিয়া আনন্দে
যদুমনি দ্বিজ বৰে।
সজ্যাৰ উঠিয়া হৰিক স্মৰিয়া
কৰিলা স্নান সত্বৰে ॥ ৬১
সক্তি অনুৰূপে ভিবা কিচো পাৰে
বিপ্ৰক দিলন্ত দান।
আসিষা কৰিয়া ঘৰাঘৰি গৈলা
লভিয়া তাহান মান ॥
পাছে দৈয়জ্ঞক অনাইলা মতাই
জাতকৰ্ম্ম কৰাইলন্ত।
দৈবজ্ঞৰ বাক্যে জানিলা সমস্তে
এহেন্তে মহামহন্ত ॥ ৬২
ইহাঙ্ক সেবিলে কৈলান হৈবেক
পুৰিবা সবাৰো কাম।

এহিহেতু তান নামকৰণত
থৈলন্ত শঙ্কৰ নাম ॥
সিতো নাম পিতৃ মাতৃ বন্ধু জনে
গুপুত কৰিয়া থৈলা।
আতি প্ৰেম ভাবে স্নেহত থাকিয়া
বনমালি নাম দিলা ॥ ৬৩
বালক কালতে জ্ঞানে যুক্ত ভৈলা
বসি থাকা যোগি যেন।
বাল্য ক্ৰীড়া এড়ি থাকন্ত মনত
হৰিক কৰিয়া ধ্যান ॥
ভক্ষ ভোজ্য দ্ৰব্য জিবা কিচোমান
মাতৃ দিয়ে স্নেহ কৰি।
মৃত্তিকা প্ৰতিমা নিৰ্ম্মান কৰিয়া
ভুঞ্জা সমৰ্পনা কৰি ॥ ৬৪
মাতিলে নমাতা থাকা মৌন হুয়া
হৰিক মনত ধৰি।
আন কিচো বাক্য কাকো নোবোলন্ত
বোলে মাত্ৰ ৰামহৰি ॥
শুনা সভাসদ হুয়া নিসবদ
বৈষ্ণবত কৰা পৃতি।
বালক কালতে বৈষ্ণৱ জনৰ
হৰিত দেখা ভকতি ॥ ৬৫

হেন জানি নৰ লোক নিৰন্তৰ
কৃষ্ণত দিয়োক চিত্ত।
কৃষ্ণেসে জিবন কৃষ্ণ বিনে আন
নাহি ধন জন বিত্ত॥
কৃষ্ণগুণগণ লৱা অবিশ্ৰাম
এড়িয়া বিষয় কাম।
বোলে ৰমাকান্ত দ্বিজ অল্পমতি
ডাকি বোলা ৰামৰাম॥ ৬৬

পদ।

এহি মতে হৰি চিন্তি আছা নিৰন্তৰে।
জেন কৰিলন্ত শুনিয়োক আত পৰে॥
মুকুন্দ নামে আছিল এক দ্বিজ বৰ।
তেহে কহে ৰত্নাৱলিং সাস্ত্ৰ ৰত্নাকৰ॥ ৬৭
বালকৰ স্বভাবক তেহে দেখিলন্ত।
মনত বোলন্ত এন্তে পৰম মহন্ত॥
প্ৰহ্লাদৰ এমন স্বভাৱ বালকতে।
কোনবা যোগেন্দ্ৰ মঞিঁ জানো স্বৰূপতে॥ ৬৮
এহি বুলে আপুন গৃহক গৈলা চলি।
তান পাসে গৈলা প্ৰভু গোসাঞিঁ বনমালি॥
ৰত্নাবলি পঢ়িলা স্থনিয়া আচিলন্ত।
তাত ৰস পায়া পাছে পুন্সু চলি জান্ত॥ ৬৯

স্নুনিয়া থাকন্ত মৌন ধৰি প্ৰেম ভাৱে।
একান্ত ভকতি ভাৱে ধৰি কৃষ্ণ পাৱে॥
হেন দেখি আনন্দে পুচিলা দ্বিজবৰে।
জিবা স্নুনি আচা বাপু কহিয়ো সত্বৰে॥ ৭০
তান বাক্য শুনি পাছে সমস্তে কহিলা।
জিবা খানি মানে তান মুখত স্নুনিলা॥
স্নুনিয়া বিস্ময় হুয়া ব্ৰাহ্মণ মুকুন্দে।
আশ্বাসিয়া কোলা কৰি লৈলন্ত আনন্দে॥ ৭১
কৰাইলা ভোজন তাঙ্ক কৰিয়া সাদৰ।
থৈলন্ত গৃহত নিয়া পাছে দ্বিজবৰ॥
অপুনাৰ গৃহে গৈলা কৰিয়া বিদাই।
পুনু প্ৰভাততে মাত লগাৱন্ত যাই॥ ৭২
উঠা উঠা বাপু বুলি জগাৱন্ত মাৱে।
উঠি স্নান কৰি পাছে তান লগে জাৱে॥
গৈয়া তান লগে পাছে কৰন্ত শ্ৰৱণ।
তেহে পাছে কৰাৱন্ত সাদৰে ভোজন॥ ৭৩
ভোজন কৰায় ৰঙ্গে পুচে হৰি কথা।
কহন্ত আনন্দে মুখ দেখি লাগে বেথা॥
থানাক-থুনুক কৰি কহে ৰঙ্গ মনে।
তাঙ্ক বেঢ়ি মুখ চাই থাকে সৰ্ব্বজনে॥ ৭৪
যেমনে স্নুনিলা কথা তেমনে কহিলা।
কিন্তু কিচুমানে অৰ্থে তাতোধিক ভৈলা॥

শুনিয়া বিস্ময় মন ভৈলা দ্বিজবৰ।
প্ৰেমভাৱে কোলে কৰি লৈলন্ত সত্বৰ ॥ ৭৫
মুখত চুম্বন কৰি বুলিলা বচন।
তোমাৰ স্বভাব দেখি মোহ ভৈল মন ॥
উভয় কুলক বাপু কৰিবা উদ্ধাৰ।
তৰিবো আমিয়ো বাপু সঙ্গতে তোমাৰ ॥ ৭৬
এহি বুলি মুহুৰ্ত্তেক আছিলা আলিঙ্গি।
বিস্ময়ে ছাহিয়া আছে জত তান সঙ্গি ॥
সৰ্ব্ব জনে বোলে কিনো বালক অদ্ভুত।
এক বাৰ সুনিলাত কহে ভাগবত ॥ ৭৭
এহি বুলি সবে লোকে বিস্ময়ে ৰহিলা।
সেহি মতে প্ৰতি দিনে ভাগৱত কৈলা ॥



## শ্রীবংশীগোপাল দেৱৰ লগত মিলন

এহি মতে গৈলা জেবে পঞ্চম বৰিষ ।
চয় বৰিসত তেবে ভৈলেক প্ৰবেষ ॥ ৭৮
এক দিনা ব্ৰাহ্মণ জে প্ৰবৰ মুকুন্দে ।
দেৱ গোপালৰ থাই গৈলন্ত আনন্দে ॥
জেহি থানে আছে দেৱ গোপাল গোসাঞিঁ ।
তাহাৰ চৰণে সেবা কৰিলন্ত জাই ॥ ৭৯
নমস্কাৰ কৰি কথা কহন্ত ব্ৰাহ্মণে ।
তাহাৰ গুণক স্মৰি আনন্দিত মনে ॥
বুলিবে লাগিলা বাক্য পুন্ন কৰি সেৱ ।
স্নুনিয়োক প্ৰভু গোসাঞিঁ বংসিধৰ দেব[১২] ॥ ৮০
মাধৱ প্ৰিয়াৰ জিতো তনয় কনিস্ত ।
তাহান স্বভাৱ প্ৰভু সবাতে বিসিস্ত ॥
পাঞ্চ বৎসৰৰ সিশু পৰম সুন্দৰ ।
তান গুণ সুমৰি বিস্ময় মন মোৰ ॥ ৮১
আমাৰ থানত থাকে হৰি কথা স্নুনি ।
পুনৰ্ব্বাৰ কহে কথা যেন শুক মুনি ॥
ভক্ষ ভোজ্য দ্ৰব্যখানি একত্ৰ কৰিয়া ।
ভোজন কৰন্ত হৰি পাৱে নিৰ্বেদিয়া ॥ ৮২

আনো নানা গুণগণ আছে জত জত।
কি কহিবো প্ৰভু আমি তোমাৰ আগত ॥
এহি বুলি মৌন হুয়া ৰৈল কৰি সেৱ।
বুলিবে লাগিলা তাঙ্ক বংসিধৰদেৱ ॥ ৮৩
স্থনিয়ো মুকুন্দ বোপা আমাৰ বচন।
কিসক নানিলি সিতো বালক ইথান ॥
অস্থাপিয়ো গৈয়া তুমি আনা ইথানক।
কেমন স্বভাব আমি চাৱো বালকক ॥ ৮৪
হেন আজ্ঞা বানি জেবে প্ৰভুৰ স্থনিলা।
মনত আনন্দে বিপ্ৰে গৃহক চলিলা ॥
গৃহে গৈয়া কহিলন্ত প্ৰভুৰ আজ্ঞাক।
স্থনি উল্লসিত মন তাহান ভৈলেক ॥ ৮৫
তিনিপত্ৰ কৰি তুলসিক তুলিলন্ত।
ভেটি কৰি তাকে মাতৃ ভাতৃ সমে জান্ত ॥
আনন্দে চলন্ত প্ৰভু কৰি লাস বেশ।
দেখি আতা মুকুন্দৰ মনত হৰিষ ॥ ৮৬
মুকুন্দ চলন্ত আগে পথক চিনাই।
আনন্দে পাইলন্ত গৈয়া বংসিধৰ ঠাই ॥
পৰম মহন্ত সন্ত মন্দিৰ প্ৰেমৰ।
জাহাৰ ভক্তিত তুষ্ট ভৈলা গদাধৰ ॥ ৮৭
হৰি বিনে ইন্দ্ৰিয়ৰ আন বৃত্তি নাই।
হৰিক চিত্তত ধৰি থাকা সমুদাই ॥

সান্ত দান্ত গুণ গণ দেখিয়া জাহাত।
বীপ্ৰ ৰূপে হৰি জিভো ভৈলন্ত বেকত॥
সেহিৰূপে হৰি অন্ন ভোজন কৰিলা।
আত্যান্তিক ভক্তি সমে সম্পত্তিক দিলা॥ ৮৮
বহু সঙ্কটত হৰি ৰাখিলা প্ৰত্যেক।
তান সঙ্গ কৌঞ্চিতেকো হৰি নেড়িলেক॥
শ্ৰৱণ কীৰ্ত্তণে জাৰ গৈল দিনগণ।
সদায়ে কৰন্ত প্ৰভু হৰিক স্মৰণ॥ ৮৯
কহিবাক লাগি শক্তি নাহি গুণগণ।
কৰো মাত্ৰ আমি সদা চৰণে বন্দন॥
ভাগবত সাস্ত্ৰে যাৰ পৃতি সমুদাই।
দুভয় নয়নে যাৰ জল বহি যাই॥ ৯০
হেন দেৱ গোপালক গৈয়া দেখিলন্ত।
দণ্ডৱতে পাছে নমস্কাৰ কৰিলন্ত॥
আশিৰ্ব্বাদ কৰি পাচে পুচিলা কুষল।
মুকুন্দে কহিলা সবে কৰি কৌতুহল॥ ৯১
সুনিয়োক প্ৰভু'তযু দাশৰ বচন।
আনিলো বালক তযু আজ্ঞায়ে সোভন॥
হেন সুনি হৰিসে বুলিলা দ্বিজবৰে।
জিবা হৰি-কথা জানা কহিয়ো সত্বৰে॥ ৯২
তান বাক্য সুনি পাছে প্ৰভু বনমালি।
কহিবে লাগিলা কথা তান আজ্ঞা পালি॥

লাসে লাসে কহে কথা সুনি আতিমন।
ভৱাটবি-বৰ্ম্নক সুনিতে সোভন॥ ৯৩
কথা সুনিবাক আইলা শ্ৰবনি সকল।
সুনিয়া সবাৰো মনে ভৈলা কৌতুহল॥
মনত বোলন্ত সবে কিনো অদভুত।
নতু দেখি নতু সুনি বালক ইমত॥ ৯৪
চয় বৎসৰৰ সিশু কহে ভাগবত।
ইহান হৃদয়ে হৰি ভৈলন্ত বেকত॥
এহি বুলি মৌন হুয়া বিস্ময়ে ৰহিলা।
প্ৰেমে দেৱ গোপালৰ ৰোম সিহৰিলা॥ ৯৫
নয়নে বহৱে জল গদ গদ বানি।
আলিঙ্গি ধৰিলা স্নেহে শিশু ভক্ত জানি॥
আচিলেক মুহুৰ্ত্তেক প্ৰেমে আলিঙ্গিয়া।
নয়নৰ জল তান সৰিৰ ভিজায়া॥ ৯৬
কোন জন আসি আচা স্বৰূপ নজানো।
জোগ-ভ্ৰষ্টি হেন মঞিঁ বোপা তোক মানো॥
সুদ্ধ কৰিবাক বোপা আসিলি আমাক।
'তোক সেৱা কৰি সুদ্ধ হৈবে জানো লোক॥ ৯৭
এহি বুলি মৌন ভৈলা গোপাল গোসাঞিঁ।
ভকত সকলে পাছে নাম গাইলা জাই॥
নাম অবসানে পদ পাঠ পঢ়িলন্ত।
তাত পাছে গোসাঞি মিশ্ৰ'' ভাগৱত কন্ত॥ ৯৮

ভাগৱত পাঠ জেৱে সমাপিয়া থৈলা ।
দিনপতি সূৰ্য্য জেবে অস্তগিৰি গৈলা ॥
সেহিবেলা পাছে দেৱ গোপাল মহন্ত ।
পাচক চাহিয়া বালকক মাতিলন্ত ॥ ৯৯
ভাগৱত কহ বোপা আগক আসিয়া ।
ইবেলাৰ পাঠ কহ থাকোহো সুনিষা ॥
হেন সুনি আগ বাঢ়ি সমস্তে কহিলা ।
সুনি সবে ভকতৰ বিস্ময় মিলিলা ॥ ১০০
জেন মতে গোসাঞিঁ মিশ্রে কৈলা ভাগবত ।
টিকা সঙ্কা তুলি কথা কহে তেহ্ন মত ॥
মিশ্রসমে দেৱ গোপালৰ প্রেম ভৈল ॥
দুইৰো নয়নৰ জল বহিবাক লৈল ॥ ১০১
কণ্ঠহস্তে আগ বাঢ়ি ধৰিলন্ত হাতে ।
আসা আসা বুলি বংসিধৰ দেৱে মাতে ॥
হেন দেখি পাছে প্রভু বনমালিদেৱ ।
তান পদে দণ্ডবতে কৰিলন্ত সেৱ ॥ ১০২
শুনা সভাসদ ভান গুণৰ মহত ।
বালক কালতে দেখা কহে ভাগৱত ॥
দেৱ গোপালৰ কৃপা দেখিয়া তাহান্ত ।
প্রেমে আলিঙ্গি জাক স্নেহে ধৰিলন্ত ॥ ১০৩
গোপাল দেৱৰ জিতো কৃপাৰ ভাজন ।
তাহান চৰণে আমি কৰোহো বন্দন ॥

হে কৃষ্ণ প্ৰভু মোক কৃপা কৰিয়োক।
তোমাৰ ভক্তৰ সঙ্গ সদা নছাড়োক॥ ১০৪
ৰামকৃষ্ণ নাম সদা আসোক মুখত।
মন প্ৰবৰ্ত্তোক সদা তোমাৰ ৰূপত॥
এহি অনুগ্ৰহ কৰা জগত আধাৰ।
তেবেসে তৰিবো ঘোৰ সংসাৰ নিকাৰ॥ ১০৫
যাৰ ইচা আচে ঘোৰ সংসাৰ তৰিত।
ভাৰসা কৰিয়ো সবে কৃষ্ণ চৰণত॥
কৃষ্ণ চৰণত মনত চিত দৃঢ় কৰি।
ডাক চাড়ি উচ্চ কৰি বোলা হৰি হৰি॥ ১০৬

ছবি

এহি মতে প্ৰতি দিনে ভাগবত ৰঙ্গ মনে
কহে সিশু বনমালি সন্ত।
সুনিয়া আনন্দে আছে সন্তোসিত মন পাছে
ভৈলা দেৱ গোপাল মহন্ত॥
তাহান আসয় বুঝি কৈলন্ত মাতৃত খুজি
তোমাৰ তনয় মোক দিয়া[১৮]।
তান আজ্ঞা সিৰে ধৰি বুলিলন্ত ধিৰে ধিৰে
তযুদাস তিনি গুটি চৱা॥ ১০৭
আমিয়ো আসিচো ৰঙ্গে থৈবাক তোমাৰ সঙ্গে
তথাপিতো তুমিয়ো খুজিলা।

তোমাক পুত্ৰক দিলো আজিসে কৃতাৰ্থ ভৈলো
এহি বুলি প্ৰণাম কৰিলা ॥
পুত্ৰক লগত বান্ধি অনেক আছিলা কান্দি
এড়ি জাইবে নপাৰিয়া স্নেহে।
পাছে দেখি ধৈৰ্য্য ধৰি গোসাঞিঁত বিদায় কৰি
চলি গৈলা আপুনাৰ গৃহে ॥ ১০৮
পাচে সেহি দিনাহন্তে বঙসিংৱ দেৱ সন্তে
সুত কৰিলন্ত আপুনাৰ।
দ্বাৰকাক মাতিলন্ত মৃদু কৰি বুলিলন্ত
সুনা বোপা বচন আমাৰ ॥
তোমাৰ গৃহক নিয়া ইহাঙ্ক কৰিবা দয়া
ভোজন কৰাইবা জত্ন কৰি।
ভোজনৰ সাজ নিয়া তান হাতে সমৰ্প্পিয়া
দিয়া বৈলা প্ৰভু মৌন ধৰি ॥ ১০৯
আত অনন্তৰে কথা সুনা জেন ভৈল তথা
এক দিনা প্ৰভু বনমালি।
পদ সুনি আছিলন্ত নিদ্ৰা গৈয়া সুতিলন্ত
পাষৰি নানিলা কেহো তুলি ॥
বঙসিংৱো গৃহে গৈয়া হৰিপদ উপাসিয়া
কৃষ্ণ চিন্তি কৰিলা সয়ন।
স্বপ্ন দেখিলন্ত ৰাত্ৰি বিপ্ৰৰূপে হৰি মাতি
মনুষ্য কৰি বুলিলা বচন ॥ ১১০

তুমি সুখে গৈলা নিদ্ৰা আমাক নাহিকে চিন্তা
কাঠে পৰি থাকিলোহো মই।
কোন থাকে কোন ঠাই তাৰো উৱাদিস নাই
কিচোমান নিচিন্তষ তই॥
এহি মতে বুলি আছে চেতন লভিয়া পাচে
নেদেখিয়া বিহ্বল ভৈলন্ত।
উঠি প্ৰভু মধ্য ৰাত্ৰি দ্বাৰকাভক্তক মাতি
অগ্নি জালিবাক বুলিলন্ত॥ ১১১
উঠি পাচে শীঘ্ৰ কৰি তান আজ্ঞা সিৰে ধৰি
ফুঙ্ক দিয়া অগনি জালিলা।
তাহাঙ্ক প্ৰসঙসা কৰি হৰিক মনত ধৰি
মতাই আনি বৈষ্ভবত কৈলা॥
প্ৰভুৰ আজ্ঞাক পায়া ভক্ত সবে বিচাৰিয়া
নামঘৰে শিশু দেখিলন্ত।
তাঙ্ক কোলা কৰি নিয়া প্ৰভুৰ আগত দিয়া
ভক্ত সমে বিস্ময়ে ৰৈলন্ত॥ ১১২
দেখি দেৱ গোপালৰ প্ৰেমে দুয়ো নয়নৰ
জল বহিলেক সৰসৰি।
আপুনাৰ পাত্ৰ আনি বিষ্ণু ভক্ত হেন জানি
ভেজন কৰাইলা যত্ন কৰি॥
ভোজন কৰায়া পাছে ৰঙ্গমনে বসি আছে
সয়ঁনক এক সাজ দিলা।

এক ভক্তে দিলা পাৰি মনত বিস্বাষ কৰি
তাত পাছে সয়ন কৰিলা ॥ ১১৩
তাক সেৱি দিনা ধৰি বিষ্ণু-অংস-বুধি কৰি
ভক্তসবে কৰিলন্ত মান।
সেহি গোপালেয়ো তথা পুছিয়া হৰিৰ কথা
প্ৰেমে পূৰ্তি কৰা অনুক্ষণ ॥
ভাগবত কথা শুনি থাকন্ত যেহেন মুনি
ভক্তসবে যোধন্ত কৌতুকে।
সবাৰো মাঝত বসি প্ৰকাসন্ত যেন সশি
ভাগবত কহন্ত উৎসুকে ॥ ১১৪
প্ৰভাততে স্নান কৰি হৰিক মনত ধৰি
নাম-ঘৰে বৈসন্ত কণ্ঠত।
নাম ভাগবত পদ সুনা হুয়া নিসবদ
প্ৰেমে জল বহে লোচনত ॥
তান ভাৱ বিষ্ণুপৰ দেখি দেৱ গোপালৰ
প্ৰেমে জল সদায়ে বহন্ত।
তাত পাছে দেৱৰিয়ে বিষ্ণুৰ প্ৰসাদ দিয়ে
নমস্কাৰ কৰিয়া লৱন্ত ॥ ১১৫
প্ৰথমতে হাত তুলি আসা বাপু লৌহি বুলি
মাতন্ত গোপালদেৱ সন্ত।
দেখি সিত্ৰ কৰি গৈয়া হাত পাতি থাকা বৈয়া
হাতে দিয়া ভোজন কৰান্ত ॥

কিচো কিছো কৰি হাতে দিয়া ভুঞ্জা বুলি মাতে
পিযতক প্ৰসাদ খণ্ড কল।
বড় সিধৰ আজ্ঞা পালি ভুঞ্জা দেব বনমালি
দেখি তান ভৈল কৌতুহল॥ ১১৬
জিবা কিচো ভাত পাছে অবশেষ ৰহিয়াছে
ৰঙ্গমনে ভোজন কৰন্ত।
প্ৰসাদ ভোজন কৰি হৰিক হৃদয়ে ধৰি
এহিমতে আনন্দে থাকন্ত॥
দেৱ বনমালি ৰঙ্গে প্ৰভু গোপালৰ সঙ্গে
থাকিয়া স্নুনন্ত হৰিকথা।
সকল জনৰ মাত্ৰ বন্দনিৰ ভৈল পাত্ৰ
গুণ স্নুনি দেখি লাগে বেথা॥ ১১৭;
এহিমতে কতোদিন আচা কৰি ৰঙ্গমন
যজ্ঞঁস্নুত্ৰ লৈবাক চিন্তিলা।
দেৱ গোপালেৱো জানি দৈবজ্ঞঁক মাতি আনি
ভাল তিথি বাৰ স্নুধি লৈলা॥
আপুনি গোপাল সন্ত মহোৎসৱ কৰাইলন্ত
ভক্তে নাম গাইলা উচ্চ কৰি।
বেদমন্ত্ৰ উচ্চৰিয়া বহ্নিত আহুতি দিয়া
প্ৰকাশিলা গায়তৃক ধৰি॥ ১১৮
ভৈলা ব্ৰহ্মচাৰি জতি ধৰি কমণ্ডলু চাতি
প্ৰকাসন্ত ভক্তৰ মধ্যত।

বামন স্বৰূপ ধৰি প্ৰকাসিলা জেন হৰি
সৱে দেৱ ঋষিৰ মাজত ॥
ধৰিলন্ত ব্ৰহ্মচৰ্য সবাতে ভৈলন্ত আৰ্য
বালকতে নৈষ্ ঠিক ভৈলন্ত।
সুনিলাত ভাগবত ভৈল তান কণ্ঠোগত
ভক্তিভাবে তথাপি সুনন্ত ॥ ১১৯
এহিমতে মনৰঙ্গে আচা বংসিধৰ সঙ্গে
পাছে তাস্ত আশ্ৰয় কৰিলা ॥
মহাভাগবত সিষ্ত লাভিয়া সিস্যক নিষ্ত
আত্মা-জ্ঞাঁন সমস্তে কহিলা ॥
আশ্ৰয় কৰিয়া পাছে তাহান সঙ্গত আছে
জগততে প্ৰসিদ্ধ ভৈলন্ত।
আসে নানা দেসি লোক নমি দেৱ গোপালক
পাছে তান চৰণ সেৱন্ত ॥ ১২০
গোপাল গোসাঞিঁ পাছে এহিমতে ৰহি আছে
হৰিভক্তি মাৰ্গ প্ৰবৰ্ত্তাই।
বিষ্ণুৰ ৰূপক স্মৰি হৃদি বিষ্ণুৰূপ ধৰি
বিষ্ণুলোকে স্থিত ভৈল জাই ॥
সুনিয়োক সভাসদ হুয়া সবে নিসবদ
পদ সন্তগুণ-ৰত্নমালা।
সন্তৰ সঙ্গত যাৰ ইচা আছে অনিৰ্ব্বাৰ
সন্তসেৱা নকৰিবা হেলা ॥ ১২১

সন্তৰ সঙ্গক লৈয়া রামকৃষ্ণ নাম গায়া
তৰিয়োক সংসাৰ সাগৰে।
কেনে আচা বাট চাই বিলম্বক সুযুবাই
ৰাম বুলি সিগ্ৰে হোৱা পাৰ ॥
হে কৃষ্ণ যদুপতি তোমাৰ চৰণে ৰতি
মুগুচোক মোৰ নাৰায়ণ।
সন্তৰ সঙ্গতি হৌক অসন্ত সঙ্গতি নৌক
এহি কৃপা কৰা জনাৰ্দ্দন ॥
হে সামাজিক লোক আন কথা এড়িয়োক
কৃষ্ণৰ কথাত দিয়া চিত্ত।
কৃষ্ণক মনত ধৰি ড়াকি বোলা হৰি হৰি
তেবে গতি লভিবা কলিত ॥ ১২২

---

## যুবা-কাল ; তীৰ্থাদি-ভ্ৰমণ।

এহিমতে কতো দিন আচা তাত পাছে ॥
অশ্বক্রান্ত[১৯] নামে এক পুণ্যতীর্থ আছে ॥
গোসাঞিঁ বনমালি পাছে তৈকে লাগি গৈল ।
তৈতে থাকি বৈষ্ণবত ভাগৱত কৈলা ॥ ১২৩
তৈৰপৰা তাঙ্ক পাছে আনিলা ভেলাই[২০] ।
নমস্কাৰ কৰি সত্ৰ দিলন্ত সজাই ॥
সেইস্থানে থাকি ভাগৱত কহিলন্ত ।
অনেক বিপ্রক ভাগৱত পঢ়াইলন্ত ॥ ১২৪
[২১]বৃদ্ধ-ৰাজ-পুত্ৰ যিতো পৰম সুমতি ।
বালকতে ভাল ভৈল হৰিত ভকতি ॥
কুমৰ-কালতে তান প্ৰীতি অনুৰাগ ।
ৰাজ হুয়া তাঙ্ক নিয়াইলন্ত মহাভাগ ॥ ১২৫
তান মুখে ভাগৱত কৰিলা শ্ৰবণ ।
পাছে নানাস্তুতিপৰ বুলিলা বচন ॥
তাস্ত তুষ্ট হুয়া পাছে তাঙ্ক সম্বোধিলা ।
গোসাঞিঁ বনমালি পূৰ্ব্ব সত্ৰক আসিলা ॥ ১২৬
কতোদিন অনন্তৰে ভকতক পঠাই ।
জগন্নাথে যাইবেলাগি কৰিলা বিদাই ॥

বহুবাৰ খুজিলাতো বিদায় নেদন্ত ।
মোৰ ৰাজ্যে তান সম কোন আছে সন্ত ॥ ১২৭
হেন স্তুনি প্ৰভু পাছে আপুনি চলিলা ।
ৰাজাৰ আগত সবে মনোৰথ কৈলা ॥
গোসাঞিঁৰ আকাঙ্খ্যা দেখি দিলন্ত উত্তৰ ।
আমি নোহো অধিকাৰি সন্ত সকলৰ ॥ ১২৮
কেনমতে তোমৰাক বুলিবো জাইবাহা ।
জেন অভিলাস তুমি আপুনি কৰাহা ॥
হেন স্তুনি মহাৰঙ্গে চলিলা গোসাঞিঁ ।
কতোদিনে ভট্টদেৱ-স্থান[১১] পাইলা জাই ॥ ১২৯
বতো দুৰহস্তে তাক আগবাঢ়ি নিলা ।
সাদৰে বৈসায় পাছে কুষল পুচিলা ॥
নমস্কাৰ কৰি তাস্ত কহিলা সমস্ত ।
তান গুণে তুস্ত ভৈলা ভট্টদেৱ সন্ত ॥ ১৩০
গহিন গম্ভিৰ ধিৰ গোসাঞিঁ ভট্টাচাৰ্য্য ।
বোধত অগাধ সৰ্ব্ব পণ্ডিতৰ আৰ্য্য ॥
মহাভাগৱত সৰ্ব্ব গুণৰ আশ্ৰয় ।
অল্প বস্তু পৰ্শিলাতে অভ্যুদ হোৱয় ॥ ১৩১
তান গুণে কৈবে লাগি সক্তি আচে কাৰ ।
কৰো মাত্ৰ তান পদে কোটি নমস্কাৰ ॥
হেন ভট্টদেৱ আগে ভাগৱত কৈলা ।
জগন্নাথ জাওঁ বুলি বিদায় কৰিলা ॥ ১৩২

হেন স্থুনি কবিৰত্নে বুলিলা বচন।
তোমাৰ নাহিকে ক্ষেত্রে জাইবে প্রয়োজন॥
অচ্যুতৰ কথা জথা কীৰ্ত্তন কৰয়।
গঙ্গা-আদি তীর্থ সব তথাতে বহয়॥ ১৩৩
তোমাৰ দেখিলো সুক্ষ্ম বুধি ভাগৱতে।
আচে সদ্যে জগন্নাথ তযু হৃদয়তে॥
তথাপি আসিচা জাইবে বাধা নকৰোহো।
দামোদৰ ঠাইক[২৩] জাইবে বিদায় দিলোহো॥ ১৩৪

(৬)

## বেহাৰ-বাস।

হেন শুনি ৰঙ্গে তাঙ্ক কৰিয়া বন্দন।
আপুনাৰ ভক্তসমে কৰিলা গমন॥
দেৱ-দামোদৰ সত্ৰ পাইলা কতোদিনে।
দ্বাৰ প্ৰবেসিয়া নমিলন্ত ঘনে ঘনে॥ ১৩৫
নাম-ঘৰ পশি দণ্ডবত কৰিলন্ত।
পাছে গৈয়া জৈত আচে বলদেৱ সন্ত॥
দেখি প্ৰেমে দণ্ডৱতে কৰিলন্ত সেৱ।
প্ৰেম ভাৱে আসির্ব্বাদ কৈলা বলদেৱ॥ ১৩৬
দেখি বলদেবৰ মনত ৰঙ্গ ভৈলা।
আঙ্ক ইথানক লাগি হৰিসে আনিলা॥
হেন মনে মানি তাঙ্ক সঙ্গে ৰাখিলন্ত।
তান গুণে তুস্ত ভৈলা বলদেৱ সন্ত॥ ১৩৭
[২৪]অষ্টাদশ মাস আচে বৈকুণ্ঠ জাইবাক।
মনে জানি বলদেৱে তাঙ্ক বুলিলেক॥
আতা বনমালি শুনিয়োক মন কৰি।
বৈষ্ণৱক তৈল লোণ দিবা আজি ধৰি॥১৩৮
বিয়লাৰ পাঠ ভাগবত কৈবা তুমি।
প্ৰভাতৰ পাঠ ভাগবত কৈবো আমি॥

হেন আজ্ঞা-বানি শুনি গোসাঞি-বনমালি।
ভাগবত কৈলা বলদেৱ আজ্ঞা পালি ॥১৩৯
কহন্তে প্ৰেমত ৰোম সিহড়ে সদাই।
ধাৰাসাৰ নয়নৰ জল বহি জাই ॥
পৰম শ্ৰধায়ে ভক্তসবে থাকে শুনি।
গোসাঞি বনমালি কন্ত জেন শুকমুনি ॥১৪০
এহিমতে ভাগবত সদাযে কহন্ত।
নানাদেসি পণ্ডিত সকলে শুনিলন্ত ॥
ব্যাকৰণ আদি নপঢ়িয়া কেনমতে।
কহিবাক লাগি মতি ভৈলা ভাগবতে ॥১৪১
এহিমতে বহু বন্ধি ক্ৰোধে গৰ্বে আসে।
আৰম্ফতি কৰি আসি বসে এক পাসে ॥
ভাগৱত শুনি সবে বিস্ময় হৈৰন্ত।
ভগ্নদৰ্প হুয়া তাঙ্ক সেৱিযা জাৱন্ত ॥১৪২
এহিমতে কতোদিন কৈলা ভাগৱত।
বলোদেৱ আদিকৰি সন্তোষ মনত ॥
ভাগৱত শুনি সবে প্ৰসঙ্সা কৰন্ত।
নম্ৰভাৱ হুয়া প্ৰভু নমাতি থাকন্ত ॥১৪৩
ৰাজা প্ৰাণনাৰায়ণে এহি কথা শুনি।
জিজ্ঞাসিবে লাগি পাছে গৈলন্ত আপুনি ॥
ভাগৱত শুনি পাছে প্ৰসঙ্সা কৰিলা।
নমস্কাৰ কৰি নৃপে বচন বুলিলা ॥১৪৪

তোমাক দেখিলো মোৰ ভাগ্য-মহোদয়।
আসি আচা শুকদেৱ জানিলো নিশ্চয় ॥
এহিমতে বুলি নানা স্তুতিপৰ বানি।
গৃহক গৈলন্ত চলি নৃপ মহামানি ॥১৪৫
তাত অনন্তৰে কথা স্নুনা জেন ভৈলা।
বেদস্তুতি ব্যাখ্যা কৰি সমাপতি কৈলা ॥
পাছে বলদেৱে প্রেমে বুলিলা বচন।
আমাৰ মধ্যত এহেন্তেসে সনন্দন (?) ॥১৪৬
আঙ্ক পুজিবাক লাগে শ্রোতা সকলৰ।
এহি বুলি বলদেৱে দিয়াইলা সত্বৰ ॥
সবাইত কৰিয়া তুলসিৰ মালা নিলা।
চন্দন পিন্ধিয়া দেৱৰিয়ে তাঙ্ক দিলা ॥১৪৭
অগ্র-পুজা দিয়া মনে কৰিয়া থাপন।
হৰিধ্বনি কৰিলন্ত সবে ভক্ত গণ ॥
অশ্বস্থ ভৈলন্ত বলদেৱ তাত পাছে।
বৈকুণ্ঠে জাইবাক লাগি তিনি ৰাত্রি আছে ॥১৪৮
সেহি দিনা ভাগৱত কৈবে নপাৰিলা।
পাছে এক ভক্তে গৈয়া গোসাঞিঁত পুচিলা ॥
ভাগবত পাঠ প্রভু কোনে কহিবেক।
আতায়ে কহিবে বুলি সিদ্ধান্ত দিলেক ॥১৪৯
গোসাঞিঁ বনমালি স্নুনি ভাগৱত কৈলা।
পাঠ অবসানে সেৱা কৰিবাক গৈলা ॥

আত্তা তুমি ভাগবত কহিবা বুলিলো।
মোৰ অধিকাৰ সবে তোমৰাক দিলো॥১৫০
এহি বুলি বলদেৱে হৰিনাম গায়া।
বৈকুণ্ঠে ৰহিলা গৈয়া বিষ্ণু সঙ্গ পায়া॥
তাত পাছে একদিনা দৰঙ্গি কৃষ্ণাই।
বুলিবে লাগিলা সভাসদক স্তুনাই॥১৫১
আত্তা কেনে অধিকাৰি ইথানত হৈব।
স্বৰূপ চাহিলে মধুপুৰ সত্ৰ লৈব॥
শ্ৰীমন্ত পৰমানন্দে বুলিলন্ত বানি।
কেনে বোলা তোৰা ইতো কথাক নজানি॥১৫২
দেৱ-দামোদৰ সিষ্য গোপাল-গোসাঞিঁ।
তান সিস্য বনমালি আত্তা সমুদাই॥
আমি জানো ইতো কথা আনে নজানয়।
অধিকাৰি জোগ্য এন্তে সিকাৰণে হয়॥১৫৩
এহি স্তুনি মৌন হুয়া সবে ভক্ত ৰৈলা।
স্তুনিয়োক তাত পাচে জেন কথা ভৈলা॥
মদনমোহন শ্ৰাম ভাতিজ আচিল।
জোগ্য নোহে দেখি তাঙ্ক গোসাঞিঁ সুবুলিল॥১৫৪
তথাপিতো তেহে কিচো অসূয়া কৰন্ত।
গোসাঞিঁ বনমালি সমস্তকে জানিলন্ত॥
ক্ষেত্ৰক জাইবাক লাগি নিশ্চয় কৰিলা।
গোসাঞিঁ পৰমানন্দে স্তুনিযা বুলিলা॥১৫৫

আতা তৈকে জাইমই তৈকে লাগি জাইবো।
তানমুখে ভাগবত সুনিয়া থাকিবো॥
এহি বুলি শ্ৰীমন্ত পৰমানন্দ সন্ত।
গোসাঞিঁ বনমালি সমে শিগ্ৰে ওহলাইলন্ত॥১৫৬

বৈকুণ্ঠপুৰ সত্ৰৰ অধিকাৰ।

এহি কথা সুনি ৰাজা বিসাদ কৰিলা।
দুত পঠাই ৰক্ষা কৰি সত্ৰ সজাই দিলা[১৭]॥
নামত বৈকুণ্ঠপুৰ দেখিতে সোভন।
বিস্বকৰ্ম্মে নিৰ্ম্মিলেক জেন কৰি মন॥১৫৭
কতো দিন আচা দুয়োজন সেহি ঠাই।
পাচে জানিলন্ত মনে ৰান্ধনি গোসাঞিঁ॥
প্ৰসঙ্গৰ অন্তে পাচে বুলিবাক লৈলা।
মোকলাগি জানিলো হৰিৰ আজ্ঞাঁ ভৈলা॥১৫৮
দেৱ দামোদৰ আতা বলোৰাম সমে।
আমাত থৈলন্ত ধৰ্ম্ম আচিলো নিয়মে॥
বাপু বলৰাম গৈল আমিসে আচিলো।
বনমালি আতাক আমিয়ো ধৰ্ম্ম দিলো॥ ১৫৯
পুৰুষোত্তম[১৮] সমে ভক্ত ভাগৱত।
ধৰ্ম্ম পালিবাহা তুমি বোলো স্বৰূপত॥
এহি বুলি তুলসিৰ মালা দিলা হাতে।
হৰি-ধ্বনি কৰি পাছে দিলা তান মাথে॥১৬০

ধৰ্ম্ম ভাগবত ভক্ত সত্ৰ তাঙ্ক দিয়া।
বিষ্ণু-লোকে গৈলা পাচে চতুৰ্ভুজ হুয়া॥
দেৱ-দামোদৰ আদি সন্ত সকলৰ।
ধৰ্ম্মৰ মহিমা কহি কোনে পাৰ্ ওঁৰ॥ ১৬১
সেহি ধৰ্ম্মে গোসাঞিঁ বনমালি থিত হুয়া।
ৰহিলন্ত হৰি-ভক্তি মাৰ্গ প্ৰবৰ্ত্তায়া॥
হৰি অধিষ্ঠান মুৰ্ত্তি নিৰ্ম্মান কৰিলা।
পৰম অদ্ভুত মুৰ্ত্তি দেখি তুস্ত ভৈলা॥ ১৬২
বৃন্দাবন-চন্দ্ৰ নাম দেখিতে সোভন।
জেন বিস্বকৰ্ম্মায়ে নিৰ্ম্মিল কৰি মন॥
তাঙ্ক পূজা কৰি পাচে জগন্নাথ হস্তে।
মুৰ্ত্তি অনাইবাক লাগি চিন্তিলন্ত সন্তে॥ ১৬৩
বিত্ত দিয়া ভকতক দিলন্ত পঠাই।
প্ৰভুৰ প্ৰাৰ্থনা ভক্তে কহিলন্ত জাই॥
তুস্ত হুয়া জগন্নাথে মুৰ্ত্তি এক দিলা।
দেখি গোসাঞিঁ বনমালি আনন্দিত ভৈলা॥ ১৬৪
শুনিয়োক সভাসদ সন্তৰ মহিমা।
সন্তৰ গুণক কোনে কহি পাৰে সিমা॥
সন্ত সেৱা কৰা মন চিত্ত দৃঢ় কৰি।
বোলে ৰমাকান্ত দ্বিজে বোলা হৰি হৰি॥ ১৬৫

যাদব ৰায় মূৰ্ত্তি ।

ঝুমুৰি

জাদৱ ৰায়ৰ জে নাম।
সজল জলদ শ্যাম ॥
অৰুণ নয়ন দুই।
জাক দেখি সুখি হুই ॥১৬৬
মাথাত সুন্দৰ যুড়া ।
চক্ষুৰ কটাক্ষ উড়া ॥
নাসা জেন তিল ফুল।
ওঁষ্ঠ বিম্বফল তুল ॥১৬৭
কপালে তিলক জলে।
কৌস্তুভ প্ৰকাসে গলে ॥
বাম বাহু নুন কৰি।
আছে হাতে বঙসি ধৰি ॥১৬৮
হাসো হাসো কৰে মুখ।
দেখিলে গুচয় দুখ ॥
নিম্ন তিনি ৰেখা জলেঁ।
মালা সোভে বক্ষস্থলে ॥১৬৯
সিংহবন্ধ কন্ধ কটি।
জলে তাত পিত ধটি ॥
তৃভঙ্গ কৰিয়া আছে।
জেন নটৰৰে কাছে ॥১৭০

পদতল দেখি ৰঙ্গা।
জাতহন্তে ভৈল গঙ্গা॥
কুড়িটা নখৰ পান্তি।
যেন চন্দ্রমাৰ কান্তি॥ ১৭১
হেনয় জাদৱৰাই।
দেখি মন মোহ জাই॥
হেনয মুকুতি দেখি।
নজাই চক্ষু তাক পেখি॥১৭২
দৃষ্টি পৰে জিবা অঙ্গে।
তাঙ্কে চাহি থাকে ৰঙ্গে॥
মহিমায়ে অদভুত।
সকলে সম্পত্তি যুক্ত॥১৭৩
হেনয় মুৰ্ত্তিক পাই।
আনন্দৰ সীমা নাই॥
গোসাঞিঁ বনমালি জানি।
তুতি জগন্নাথ মানি॥১৭৪
মহাপূজা কৰাৱন্ত।
প্রভু বনমালি সন্ত॥
এহিমতে ৰঙ্গে আছে।
সুনা জেন ভৈল পাছে॥১৭৫
অসম ৰাজ্যৰ বিধি।
সুপ্রসন্ন ভৈল সিদ্ধি॥

নমো নমো জগন্নাথ।
চৰণত থৈয়া মাথ ॥১৭৬
নমো জাদৱাক আমি।
কৰা কৃপা প্ৰভু স্বামি ॥
জাদৱাক চিত্তে ধৰি।
বোল সবে হৰি হৰি ॥১৭৭

বেহাৰ ত্যাগ।

দোলড়ি

[২০]জয়ধ্বজ নাম নৃপ অনুপাম
হৰিভক্ত মহামতি।
তেহে পাছে দুত পাঠাইলন্ত কৰি
অনেক স্তুতি-বিনতি ॥
সমস্তে কহিলা দুত সবে গৈয়া
শুনিয়া তুস্ত ভৈলন্ত।
আসিবাক লাগি কৰিলন্ত মন
গোসাঞিঁ বনমালি সন্ত ॥ ১৭৮
প্ৰাণনাৰায়ণ ৰাজাৰ সিকাল
দৈৱ বক্ৰ আসি ভৈল।
ঠাকুৰৰ ভাৰ্য্যা[২১] তানে লক্ষ্মি নাম
বহু টকা ভাণ্ডি লৈল ॥

এহি কথা স্তুনি গোসাঞিঁ বোলন্ত
ইথানত নথাকিবো ।
ভকতৰ মুখে বোলাইলন্ত পাছে
আমি জগন্নাথ জাইবো ॥ ১৭৯
স্তুনি নৃপবৰে একো নোবোলন্ত
মনত কৰিয়া ক্লেশ ।
বুলিলন্ত পাচে তেহে যদি জাৱে
সন্ত-হিন হোৱে দেশ ॥
এহি হেতু তাঙ্ক যাইবাক লাগিয়া
বুলিবে নপাৰো চিত্তে ।
তেহে গুৰুদেৱ তাহাঙ্ক চিন্তিয়া
আমি থাকো প্ৰতিনিতে ॥ ১৮০
হেন স্তুনি পাছে গোসাঞিঁ বুলিয়া
ভকতক পঠাইলন্ত ।
জগন্নাথ জাইবে আসিলো পূৰ্ব্বতে
বলদেৱে ৰাখিলন্ত ॥
আনো নানা বাক্য বুলি পঠাইলন্ত
স্তুনি নৃপে বুলিলেক ।
আমাৰ স্থানক পুনু যদি আসে
বুলিলো তেবে জাইবাক ॥ ১৮১
স্বতন্ত্ৰ সুহিকো হঠাতে কেমনে
আসিয়ো কেনে বুলিবো ।

ইশ্বৰে আনয় ইথানক যদি
ভেবেসে আমি আসিবো ॥
এহি বুলি পাছে গোসাঞিঁ বনমালি
সিগ্র কৰি বাঝ ভৈলা।
সুনি ভক্তসবে আনন্দ কৰিয়া
লগত চলিয়া গৈলা ॥ ১৮২
বাল্য বৃদ্ধ যুবা সমস্তে লড়িলা
মনত কৰিয়া ৰঙ্গ।
থাকিবাক লাগি কাৰো চিত্ত নাই
এড়িবে নপাৰি সঙ্গ ॥
মূৰ্ত্তি ভাগৱত চন্দ্ৰতাপ জত
আছে জত চত্ৰ দণ্ড।
ভকত সকলে সবাকো লৈলন্ত
দামা আদি বাদ্য ভণ্ড ॥ ১৮৩
নিসেশে লড়িল কেহো নথাকিল
দিয়া সবে নৌকাভৰা।
জিবা কিচোমান থাকিলেক তৈত
সিয়ো সবে জেন মৰা ॥
নগৰৰ লোকে সুনিলেক সবে
চলি জাই গুৰুদেৱ।
লৰ্‌ড়া-লৰ্‌ড়ি কৰিয়া সমস্তে
কৰিলন্ত গৈয়া সেৱ ॥ ১৮৪

সবাকো সম্মুখি গোসাঞিঁ বনমালি
গমন কৰিলা পাছে।
একদৃষ্ট কৰি নয়ন ভৰিযা
চায়া প্ৰজা সব আছে॥
সেহি সময়ত ভকতসকলে
বহু বিদ্ধ বাদ্য বাইলা।
মঙ্গল আচৰি হৰি ধ্বনি কৰি
ভকতে আনন্দ পাইলা॥ ১৮৫
পুৰুষ উত্তম নামে সন্ত সিন্ত
বান্ধনি গোসাঞিঁৰ নাতি।
ভক্ত ভাগৱত মূৰ্ত্তি সমে পাছে
তান হাতে দিলা মাতি॥



(৭)

## জগন্নাথ গমন আৰু ভাটিত সত্ৰ স্থাপন।

দয়া কৰি তাঙ্ক ভক্ত সমে পাছে
ঘিলাক পঠাই দিলা।
সাথি ভক্ত লগে লৈয়া প্ৰভু পাছে
জগন্নাথ-ক্ষেত্ৰে গৈলা॥ ১৮৬
কতো দিন গৈয়া পদ্মাৱতি[১২] নামে
গঙ্গাতিৰ পাইলা পাছে।
পাৰ হৈবে লাগি নৌকাত চড়িলা
মাঝে নাৱ ৰহি আছে॥
নলড়য় নাৱ দেখি ভকতৰ
ভয়ে হৃদি কম্পি গৈল।
হাতে জল চুই মাতিলা গোসাঞিঁ
পাচে দেৰি তুস্ত ভৈল॥ ১৮৭
সিত্ৰে পাৰ হুয়া ভাগিৰথি পায়া
তিৰত ৰহিলা ৰাতৃ।
ভক্তক দেখাইলা স্বপ্ন-গঙ্গা আসি
কান্তিমতি হুয়া আতি॥
গোসাঞিঁ আসিলন্ত স্নান কৰিবন্ত
পৰম আনন্দ মোৰ।
তাহান সঙ্গমে জানিলো নিচ্চয়ে
গুচিবে পাতক ঘোৰ॥ ১৮৮

কালি প্ৰভাততে জল বৃদ্ধি পাইব
তাতে দিব পিণ্ড দান ।
এতেক বুলিয়া পাচে গঙ্গা মাৱ
তৈতে ভৈলা অন্তৰ্দ্ধান ॥
গোসাঞিঁত কহিল জল বাঢ়ি আইল
দেখিয়া আনন্দ ভৈলা ।
স্নান আদি কৰি সমস্তে কৰিয়া
তৈৰহন্তে পাচে গৈলা ॥ ১৮৯
কতো দিন গৈয়া পৰম আনন্দে
জগন্নাথ পাইলা জাই ।
সন্তোষ ভৈলন্ত দৌলক দেখিয়া
আনন্দৰ সিমা নাই ॥
দৌল প্ৰদক্ষিণ কৰিলন্ত পাছে
মনত কৰি বিশ্বাস ।
জগন্নাথ সেৱা কৰি কতো দিন
কৰিলা তৈতে নিবাস ॥ ১৯০
দামোদৰ স্বামি নামে একজন
মহাজন আছিলন্ত ।
তাহান স্থানক গৈলন্ত আনন্দে
গোসাঞিঁ বনমালি সন্ত ॥
অভ্যন্তৰে লাগি সাদৰে নিলন্ত
মনত বিশ্বাস কৰি ।

তোমাক পাইলোহো কৃতাৰ্থ ভৈলোহো
বুলিলা আলিঙ্গি ধৰি ॥ ১৯১
আনো নানা স্তুতি- পৰ বুলিলন্ত
সিশু জগন্নাথ বুলি।
তৈৰ পৰা পাছে দোলক নিলন্ত
আঙ্কোৱালি ধৰি তুলি ॥
প্ৰদক্ষিণ কৰি পাছে নমস্কাৰ
কৰিলন্ত দমাই মাথ।
পাণ্ডালোকে পাছে অন্যো-অন্যে বোলে
এহি সিশু জগন্নাথ ॥১৯২
ভাগৱত তৈতে কহন্ত সদাই
সবাৰে আনন্দ মন।
ভোগ লগাৱন্ত প্ৰতিদিনে পাছে
কৰান্ত ব্ৰহ্ম ভোজন ॥
আত অনন্তৰে জেন কথা ভৈল
সুনিয়োক সবে ভক্ত।
ব্ৰহ্মাদিকে জিনি ৰূঢ়-দৰ্প কাম
মোহিতে নভৈল সক্ত ॥১৯৩
দিব্য নাৰিগণে নৃত্য কৰিবাক
এক দিনা গৈলা সাজি।
দেখিয়া গোসাঞিঁ অধোমুখ ভৈলা
ভয়ে তাৰা গৈলা লাজি ॥

কিঞ্চিতেকো মনে ক্ষোভ নভৈলেক
কেহেন ধৰ্ম্ম-নন্দন।
সেহি থানে থাকি- বাক লাগি পাছে
গোসাঁঞে কৰিলা মন ॥১৯৪
সত্ৰ কৰিবাক ভূমি কিনিলন্ত
উত্তম স্থানক লৈয়া।
ভক্তৰ দুখক ৰাজাৰ বিনতি
দুতে কহিলন্ত গৈয়া ॥
হেন সুনি মনে দুখ কৰি বোলে
জানো ভক্তে দুখ পাৱে।
ভকতৰ তৈতে কিবা দুখ পাৱে
আমি নতু পাঞে জাৱে ॥১৯৫
এহি বুলি তৈত সত্ৰ কৰি পাছে
ভক্ত ভাগৱত থৈলা।
কৃষ্ণ-বলভদ্ৰ সুভদ্ৰাক পাচে
তিনিৰো মুৰ্ত্তি নমিলা ॥
নমস্কাৰ কৰি আসিবাক লাগি
বিদায় কৰিলা পাছে।
হৰিধ্বনি কৰি ভকত সকলে
আনন্দে লড়িলা কাছে ॥১৯৬
কতো দিনে আসি পুনৰ্ব্বাৰ পাছে
ভাগিৰথি তিৰ পাইলা।

ৰাম গোবিন্দ নামে এক বিপ্ৰ
তাহাঙ্ক সেৱা কৰাইলা ॥
সত্ৰ কৰিলন্ত মৃত্তিকা কিনিয়া
তাতে মূৰ্ত্তি থাপিলন্ত।
ৰামগোবিন্দক দিলন্ত সত্ৰক
গোসাঞি বনমালি সন্ত ॥১৯৭
গঙ্গাৰ তিৰত অদ্যাপিয়ো জাক
দেখি আছে সৰ্ব্বজনে।
জাত থাকি লোকে স্নান কৰি পাছে
গোসাঞি স্মৰন্ত মনে ॥
জগন্নাথ গৈয়া জতেক কৰিলা
সংখ্যেপ কৰিয়া কৈলো।
গোসাঞি বনমালি গুণক বৰ্ণাই
কেৱলে মোহিত ভৈলো ॥ ১৯৮
সুনা নৰনাৰি আন কাম এড়ি
সন্ত গুণে দিয়া চিত্ত।
সন্তসঙ্গ লৈয়া কীৰ্ত্তন কৰিবা
লভিবা গতি কলিত ॥
বোলে ৰমাকান্ত দ্বিজ অল্পমতি
সন্তক চিত্তত ধৰি।
আপুনিয়ো তৰা পুৰুষ উদ্ধাৰা
ডাকি বোলা হৰি হৰি ॥ ১৯৯

## সৌমাৰ গমন।

"পদ"।

আত অনন্তৰে প্ৰভুও ঘিলা পাইলা আসি।
ভকত সকলে সদা থাকন্ত উপাসি ॥
ঘিলা নগৰত পাছে উৎসব ভৈলেক।
প্ৰাণ নাৰায়ণে এহি কথা সুনিলেক ॥ ২০০
বিসাদ কৰিয়া ৰাজা বুলিবে লাগিলা।
হৰি হৰি দৈৱ বিধি কি কাম কৰিলা ॥
জেন অমৃতক কাঢ়ি নিলে হাতে দিয়া।
প্ৰভু গুৰুদেৱ গৈলা আমাক বঞ্চিয়া ॥ ২০১
নজানোহো প্ৰভু কিবা দোসে গুচি গৈল ;
জানিলো দেসৰ লক্ষ্মি এবে নস্ত ভৈল ॥
এহিমতে অনুতাপ কৰিলা বিস্তৰ।
পত্ৰ দিয়া দুত পঠাইলন্ত নৃপবৰ ॥ ২০২
কোন স্থানে আছে তাঙ্ক জিজ্ঞাসিয়া আস।
আপুনিয়ো আনিবোহো গৈয়া তান পাষ ॥
হেন সুনি দুত পাছে তেখনে গৈলেক।
এড়িবে নপাৰি তান সঙ্গে ৰহিলেক ॥ ২০৩
পাচে জেন কথা ভৈল সুনা আতপৰে।
গোসাঞিঁ আসিবাৰ কথা সুনি নৃপবৰেও ॥

অপুনাৰ স্বসুৰ জে সেনাপতি বৰ।
তাঙ্কলাগি আজ্ঞাঁ কৰি পঠাইলা সত্বৰ ॥ ২০৪
সুনি সেনাপতি সিঘ্রে দূত পঠাইলন্ত
ঘিলা-নগৰৰ পৰা তাঙ্ক আনিলন্ত ॥
পাণ্ডুহস্তে আগবাঢ়ি আনিলা বিশ্বাসে।
বহুলোকে উপাসি আসন্ত দুই পাসে ॥২০৫
সেনাপতি সুনিলন্ত আসিল গোসাঞিঁ।
যতেক আনন্দ ভৈল তাৰ সীমা নাই ॥
আগ বাঢ় জাইবে লাগি সবাতে কহিলা।
হয় হস্তি প্ৰজাসৱে আনন্দে লড়িলা ॥২০৩
সবে নৰনাৰিগণে তান ৰূপ দেখি।
আনক নজাই আখি তাহাঙ্ক উপেখি ॥
গৌৰাঙ্গ সৰিৰ মুখ পদ্ম প্ৰকাশয়।
চত্ৰাকৃত মাথ সুক্ৰ উস্নিসে জলয ॥২০৭
পদ্মপত্ৰ সম দেখি আযত লোচন।
তিলফুল সম নাসা দেখিতে সোভন ॥
দাড়িম্বৰ বিজ জেন দসন প্ৰকাসে।
বৈষ্ণব জনক দেখি মৃদু কৰি হাসে ॥ ২০৮
সুকৰ্ণ সুকণ্ঠ সুবলিত বাহু দুই।
সোভন হৃদয় দেখি মন সুখি হুই ॥
মাথে গলে তুলসিৰ মালা প্ৰকাশয়।
চম্পাৰ পাকৰি নয় অঙ্গুলি জলয় ॥ ২০৯

তাতে নংচন্দ্ৰ জলে গাৱে শুক্ল বাস।
সুন্দৰ কটিত পাট ভুনিৱ প্ৰকাস॥
চৰণ পঙ্কজ দেখিবাক লাগে ভাল।
সেৱা কৰিলাত পাপ হৰে তৎকাল॥ ২১০
তান দেহে আছে সৰ্ব্ব সুলক্ষণ জত।
মহাপুৰুষৰ চিহ্ন হুয়াছে বেকত॥
হেনয় অদ্ভূত ৰূপ দেখি প্ৰজাগণ।
একদৃষ্টি চাহি আছে তান্ত দিয়া মন॥ ২১১
অনেক উৎসব কৰি বহু বাদ্য বাই।
ৰঙ্গে প্ৰজাসবে আগে পাছে চলি জাই॥
উৰুলি ঝোকাৰ কন্যাগণে দেই ৰঙ্গে।
হৰিধ্বনি কৰি ভক্ত সব চলে সঙ্গে॥ ২১২
সাঞ্জি মাঝি পথ তাতে কদলি পুতিয়া।
থানে থানে নৈলা প্ৰজা আনন্দ কৰিয়া॥
অনেক উৎসব কৰিলেক তাত পৰে।
তাক নিলিখিলো পদ বাহুল্যক ডৰে॥ ২১৩
ৰাজাৰ স্বসুৰ সেনাপতি মহামতি।
পাচে তাঙ্ক নিলা কৰি অনেক ভকতি॥
জয়ধ্বজ ৰাজাৰ আজ্ঞাক সিৰে ধৰি।
কৰাইলন্ত সত্ৰ সেনাপতি যত্ন কৰি॥ ২১৪
পাচে সেহি সত্ৰে প্ৰভু নিবাষ কৰিলা।
তাহান্তে বিশ্বাসে ভক্তে কৌতুকে ৰহিলা॥

জগন্নাথ হস্তে নতু আসন্ত গোসাঞিং।
ৰাজা আনাইলন্ত ভক্ত দূতক পঠাই॥ ২১৫
আছিলা ভকত সব গোসাঞিঁক চিন্তিয়া।
পাচে লাগ পায়া ভৈলা আনন্দিত হিয়া॥
কলিয়াবৰৰং সত্রে আচন্ত গোসাঞি।
স্বনি সবে প্রজাৰঙ্গে সেৱা কৰে জাই॥ ২১৬
ভাত অনন্তৰে স্বনা জেন ভৈল কথা।
স্বনি জয়ধ্বজ ৰাজা জি কৰিলা তথা॥
পুস্কৰনি প্রতিষ্ঠাক চিন্তি নৃপবৰে।
দূত পঠাই গোসাঞিঁক জে আনিলা সত্বৰে॥২১৭
পাচে কতো তুৰ হস্তে দুলি পঠাইলন্ত।
আসি আছে লক্ষ্মিপতি প্রভু ভগৱন্ত॥
দণ্ড চত্র দামা আদি বাদ্যভণ্ড জত।
পূৰ্ব্বইহন্তে আনি আছে প্রভুৰ লগত॥
সকলে আসিছে আত কিবা বোলে নৃপে।
হেন স্বনি হাসি পাচে বুলিলন্ত ভুপে॥
কোটি ব্রহ্মাণ্ডৰ পতি জগত্ আধাৰ।
তান অবসিস্ত জত সম্পত্তি আমাৰ॥ ২১৯
বাদ্য ভণ্ড দণ্ড চত্র জতেক আচয়।
সবাকে আনোক গোসাঞিঁ দোষ নাহি হয়॥
হেন স্বনি সিগ্রে পাছে গৈলা প্রভুদেৱ।
পথে পথে আসি সৰ্ব্বলোকে কৰে সেৱ॥ ২২০

গোসাঞিঁ আসিবাৰ কথা শুনি নৃপবৰে।
পাত্ৰ মন্ত্ৰি পাঞ্চি আগ বঢ়াইলা সত্বৰে॥
আপুনি দেখিয়া নৃপে সাদৰ কৰিলা।
নম্ৰ ভাৱ হুয়া পাচে কৰ্ম্ম নিবেদিলা॥ ২২১
ৰাজাৰ কামনা সব কৰিয়া পুৰণ।
জজ্ঞঁ সাঙ্গ কৰি নৃপে ভৈল ৰঙ্গ মন॥
ৰাজাক সন্তোষ কৰি পূৰ্ব্ব সত্ৰে গৈলা।
পাচে মুৰ্ত্তি কৰিবাক লাগি মন ভৈলা॥ ২২২
কৰাইলা অদ্ভুত মুৰ্ত্তি দেখি চমৎকাৰ।
আবিৰ্ভাৱ ভৈলা তাত জগত আধাৰ॥
সঙ্খ চক্ৰ গদা পদ্মঁ ধৰি চাৰি হাতে।
সুৰ্য জেন প্ৰকাসন্ত বৈকুণ্ঠৰ নাথে॥ ২২৩
প্ৰতিষ্ঠা কৰিবে লাগি জত্ন কৰিলন্ত।
ৰঙ্গ মন হুয়া প্ৰভু বনমালি সন্ত॥
এতেকতে নৃপে তাঙ্ক অনাইলন্ত পাছে।
জতকৰা৺ নামে এক দিব্য স্থান আছে॥ ২২৪
তাত স্থান কৰাইলন্ত উৎসব কৰিয়া।
প্ৰতিষ্ঠা কৰিলা পাচে তাহাতে ৰহিয়া॥
সেহি স্থানে কতোদিন আচন্ত গোসাঞিঁ।
তৈৰ পৰা তাঙ্ক নিয়াইলন্ত মহাৰাই॥ ২২৫
দণ্ড চত্ৰে বাদ্যে ভণ্ডে আগ বঢ়াই নিলা।
কৃতাঞ্জলি কৰি ৰাজা ৱচন বুলিলা॥

কিনো ভাগ্য ভৈল আজি দেখিলো তোমাক :
দাশ বুলি অনুগ্ৰহ কৰিয়ো আমাক ॥ ২২৬
মোৰ ৰাজ্য ভাৰ যত সম্পত্তি আচয়।
তোমাৰ চৰণে দিলো বুলিলো নিচ্চয় ॥
যেন মতে শুক্ৰক দিলন্ত বলিৰাই।
শুক্ৰৰ প্ৰসাদে স্বৰ্গ পাইল সমুদাই ॥ ২২৭
তোমাৰ চৰণে সুম্পি আচো প্ৰভু আমি।
দিলোহো তেমনে পালিবাহা প্ৰভু স্বামি ॥
হেন সুনি প্ৰেমে প্ৰভু বুলিলন্ত পাছে।
সবাৰো নিয়ন্তা প্ৰভু ভগবন্ত আছে ॥ ২২৮
তুমি আমি তান পাৰে কৰোহো প্ৰাৰ্থনা।
তেহে পুৰিবন্ত তযু মনৰ কামনা ॥
হেন সুনি নৃপে পাছে বুলিলা বিস্তৰে।
তাক নিলিখিলো পদ বাহুল্যক ডৰে ॥ ২২৯
তৈতে থাকি দোল জাত্ৰা কৰিলন্ত পাছে।
ৰাজাৰ কামনা পুৰি কতোদিন আছে ॥
পাছে দিলা চতুৰ্ভুজ মুৰ্ত্তি বাছৈ ভণ্ডে।
উছৰ্গিয়া দিলা হয় হস্তি চত্ৰে দণ্ডে ॥ ২৩০
গোসাঞিঁক পূজিলা ভক্ত সমে ৰঙ্গ মনে।
সিবেলা সুনিলা ৰাজ্য লৈলেক জবনে ॥
উত্তৰক যাউক প্ৰভু নৃপে বুলিলন্ত।
আসিষা কৰিলা তাঙ্ক বনমালি সন্ত ॥ ২৩১

ৰাজা গৈলা ভাগি প্ৰভু গৈলা পূৰ্ব্ব থান।
জবন অধিপে জানি কৰিলন্ত মান ॥
ভক্তে ভয় কৰে দেখি থুৰাক্ গৈলন্ত।
তৈৰপৰা কুমৰহাতক আসিলন্ত* ॥ ২৩২
তৈতে বহুলোক পাই আশ্ৰয় কৰিলা।
আৰোবাৰ নৃপে নিয়া দুখাদি কহিলা ॥
কুমৰহাতত ৰহিলন্ত আসি পাছে।
নৃপতিৰ সত্ৰ কৰাইবাৰ মন আছে ॥ ২৩৪
নামত দখিণপাট*° বুলি সবে কহে।
উত্তৰত মহানদি ব্ৰহ্মপুত্ৰ বহে ॥
হেন স্থান পায়া ৰাজদূতে কৈলা জাই।
স্থনি ৰাজা বোলে তৈক জায়োক গোসাঞি ॥২৩৫
দক্ষিণপাটক ভক্ত সমে আসিলন্ত।
কতোদিন ভাগৱত কহিয়া আচন্ত ॥
তাত পাচে অস্বস্থ ভৈলন্ত নৃপবৰ ॥
গোসাঞিঁক নিয়াইলা পাচে কৰিয়া সাদৰ ॥ ২৩৬
কৰজোৰ কৰি নৃপে বুলিলা বচন।
মোৰ গতি হৌক প্ৰভু তোমাৰ চৰণ ॥
সি দেসৰ ইন্তে মঞিঁ তোমাক আনিলো।
প্ৰতিপাল কৰিবাক কিচো নপাৰিলো ॥ ২৩৭
ক্ষমিয়োক মোৰ দোষ চৰণত ধৰো।
অনুগ্ৰহ কৰা প্ৰভু জেন মতে তৰো ॥

ৰাজ্যভাৰ সমৰ্পিয়া আচোহো পুৰ্ব্বত।
দেহকো অৰ্পিলো মোৰ তযু চৰণত॥ ২৩৮
মৰণ সময়ে মঞিঁ পাইলোহো তোমাক।
দিয়া উপদেশ প্ৰভু তাৰিয়ো আমাক॥
আনো নানা স্তুতি কৰিলন্ত মহাৰাই।
ৰাজাক সম্মুখি পাচে মাতিলা গোসাঞিঁ॥ ২৩৯
শুনা মহাৰাজা তুমি থিৰ কৰা মন।
একচিত্ত হুয়া চিন্তা কৃষ্ণৰ চৰণ॥
পদতল ৰাঙ্গা শ্যাম বৰ্ণ উপৰত।
ধ্বজ বজ্ৰ অঙ্কুসাদি চিহ্ন আচে জত॥ ২৪০
পদতল চিন্তিবাহা চিত্ত থিৰ কৰি।
কৃষ্ণ কৃষ্ণ বুলিয়া হৃদয়ে ৰূপ ধৰি॥
এতেকতে পাইবা গতি নাহিকে সংশয়।
সংসাৰক লাগি কিচো নকৰিবা ভয়॥ ২৪১
এতিমতে প্ৰভু আৰো বিস্তৰ কহিলা।
শুনিয়া নৃপতি মনে আনন্দ লভিলা॥
গোসাঞিঁৰ হাতত ৰাজ্য দিয়া মহামতি।
তান আগে প্ৰাণ এড়ি লভিলন্ত গতি॥ ২৪২
দেখা সভাসদ নৃপে কিনো তপসাইলা।
মৰণ সময়ে মহন্তক লাগ পাইলা॥
শুকদেৱ আগে পৰিক্ষিত মহাৰাই।
জেন প্ৰাণ এড়ি বিষ্ণু-পদে লৈলা ঠাই॥ ২৪৩

হেন জানি সন্ত সঙ্গ লয়া বুদ্ধ জন।
সাধে গতি করি আতি শ্রবণ কীর্ত্তণ॥
কলি-মল-বিনাসক কৃষ্ণ-গুণ নাম।
সমস্তে সমাজে ড়াকি বোলা রাম রাম॥২৪৪

## দক্ষিণপাট সত্ৰ ; দৈনিক জীবন।

### ছবি

গোসাঞিঃ বনমালি পাছে মনত চিন্তিয়া আছে
পাত্ৰমন্ত্ৰি সমে আলোচিলা।
বিচাৰ কৰিয়া আনি ৰাজাৰ কুমৰ জানি
তান্ত ৰাজ্য ভাৰ সমৰ্পিলা[৪১] ॥
দিলা চক্ৰধ্বজ নাম ভৈলা সৰ্ব্বগুণে ধাম
মহন্তৰ আসিৰ্ব্বাদ পাই।
পাচে নৃপে মহাৰঙ্গে পাত্ৰ মন্ত্ৰি লৈয়া সঙ্গে
সতকাৰ কৰিলন্ত জাই ॥২৪৫
ৰাজাত বিদায় কৰি আসিলন্ত হৰি স্মৰি
ভক্তে হৰি ধ্বনি কৰা ৰঙ্গে।
উৎসৱ কৰিয়া ৰঙ্গে আসিল সমস্তে লোক
নগৰৰৰ প্ৰজা তান সঙ্গে ॥
গোসাঞিঁ আসিলা জেবে দখিণপাটক তেবে
নৃপবৰে লোক পাঠি দিলা।
নৃপতিৰ আজ্ঞা মানি ভলি ভাল তন্ত আনি
জত্ন কৰি গৃহক সাজিলা ॥২৪৬
প্ৰাসাদৰ পুৰ্ব্ব ভিতি মনিকুট সাজিলন্ত
দেখিবাক লাগি মনোহৰ।

চৌভিতি প্ৰাকাৰ দিল ভাল সেতু নিবন্ধিল
সবে দিব্য দেখিতে সুন্দৰ॥
দীর্ঘ হাটি সাজিলেক চতুৰ্ভিতি ভক্ত লোক
দেখিলে আনন্দ হোৱে মন।
মধ্যে পুস্কৰনি বৰ নিৰ্ম্মিলন্ত মনোহৰ
পাৰ সব দেখিতে সোভন॥২৪৭
হেনয় স্থানত পাছে থাকি দেৱ বনমালি
হৰি গৃহ প্ৰতিষ্ঠা কৰিলা।
বৈকুণ্ঠ নাথক আদি মুৰ্ত্তিসব থাপি আছে
বৈকুণ্ঠপুৰ যে নাম দিলা॥
দেৱ বনমালি পাছে বৈকুণ্ঠ-পুৰত আছে
হৰি ভক্তি মাৰ্গ প্ৰবৰ্ত্তাই।
আসি সবে নৰনাৰি মনত আনন্দ কৰি
দেখি সবে সেৱা কৰে জাই॥২৪৮
দেখিয়া প্ৰভুৰ মুখ গুচে সব পথ দুখ
আৰো বাক্য অমৃত বৰিসে।
তাক সুনি ৰঙ্গমনে সেৱাকৰে ঘনে ঘনে
অন্যো অন্যে কহে দসো দিশে॥
পৰম গম্ভিৰ ধিৰ সন্ত মহা সুগম্ভিৰ
আসি লোকে আশ্ৰয় কৰন্ত।
বৈকুণ্ঠ নাথৰ আগে দণ্ডৱত কৰাই পাছে
কহে জ্ঞান বনমালি সন্ত॥২৪৯

ভক্তৰ আনন্দ দিয়া  ভাগৱত কহি থাকা
স্নুনি হোৱে আনন্দিত হিয়া।
ভৰ্ক্ত সবে নাম গাৱে  উৎসৱ কৰিয়া অতি
খনো বেলি থাকন্ত স্নুনিয়া॥
খনো খনো তাল ধৰি  ভক্তৰ মধ্যত গৈয়া
আপুনি গাৱন্ত ৰঙ্গ মনে।
প্ৰভুৰ মুখক দেখি  ভক্তৰ উৎসব বড়
দণ্ডৱতে পড়ন্ত চৰণে॥২৫০
প্ৰেমে ৰোম সিহড়য়  চক্ষুৰ লোতক বয়
খনো মৌনে থাকন্ত তম্ভিয়া।
খনো হৰি ধ্বনি কৰি  হৰিক মনত ধৰি
হুয়া থাকে আনন্দিত হিয়া॥
আৰো স্নুনা জেন মতে  প্ৰভাতৰ পৰা সন্ধে
আচৰন্ত শ্ৰৱণ কীৰ্ত্তন।
মধ্য ৰাতৃ সিমা কৰি  হৰিক মনত ধৰি
থাকে সদা নাহি আন মন॥২৫১
স্নুনিয়োক বুধ লোক  কৃপা কৰিয়োক মোক
মঞ্ৰিঁ মন্দমতি মহা মুঢ়।
তথাপি কৰিলো সাষ  আনে নপাৱয় পাষ
সন্তৰ চৰিত্ৰ ইতো গুঢ়॥
এহি হেতু বড়া টুটা  দোষ ক্ষমি সন্ত গুণ
স্নুনা সবে চিত্ত দৃঢ় কৰি।

মাধৱৰ দাশ নিজ বোলে ৰমাকান্ত দ্বিজ
ডাকি সবে বোলা হৰি হৰি ॥২৫২

"ঝুনা"

ওঁ হৰি এহে নমো।
নমোদেৱবৰ দ্বিজ ৰূপধৰ
নমো গোসাঞিঁ হে ॥

"পদ"

প্ৰভাতে উথি বনমালি সন্ত।
শিঘ্ৰে মুখ হস্ত পখালিলন্ত ॥
দিলন্ত তৈল আনি নিজ দাসে।
হাতে লাঠি ধৰি উঠন্ত লাসে ॥২৫৩
সেহি বেলা লোকে সেৱা কৰন্ত।
অগ্ৰ হাত তৰি আসিসা দেন্ত ॥
দেহ সুধি হুয়া কৰিয়া স্নান।
পঢ়ন্ত স্তুতি বনমালি প্ৰাণ ॥২৫৪
পিন্ধি বস্ত্ৰ পাচে তিলক লৈলা।
সন্ধ্যা কৰিবাক আৰম্ভ কৈলা ॥
গায়তৃ জপিয়া গৈলন্ত পাছে।
সহস্ৰ নাম গীতা জৈত আছে ॥২৫৫
সেবিলন্ত পদ চিহ্ন বিষ্ণুৰ।
দামোদৰ আদি সন্ত সবৰ ॥

৺পাদুকা সেৱি বিষ্ণু পদ-জল ।
ভুঞ্জন্ত প্ৰভু কৰি কৌতুহল ॥২৫৬
মালতিৰ মালা লৈলন্ত সিৰে ।
গাৱে বস্ত্ৰ লৈয়া চলিলা থিৰে ॥
সেহি বেলা লোকে ভেতন্ত আসি ।
আসিসা কৰি সম্বোধন্ত হাসি ॥২৫৭
নাম মহোৎসৱ ভকতে থৈলা ।
হৰি মন্দিৰত প্ৰবেস ভৈলা ॥
পদ অগ্ৰ প্ৰভু ভূমিত দিয়া ।
লাসে লাসে জাই হৰি স্মৰিয়া ॥২৫৮
কণ্ঠত বসি ভাগৱত কহে ।
দুতয় নয়নে লোতক বহে ॥
শ্ৰৱণি সকলে থাকন্ত সুনি ।
কহন্ত প্ৰভু জেন শুক মুনি ॥২৫৯
ৰামদেৱে বোলে পাঠ সোভন ।
কহন্ত প্ৰভু হুয়া ৰঙ্গ মন ॥
ভাগৱত থৈয়া পঞ্চাষ পদ ।
সুনন্ত প্ৰভু হুয়া নিসবদ ॥২৬০
তাত পাচে সুনা গীত প্ৰসঙ্গ ।
গৃহক চলন্ত কৰিয়া ৰঙ্গ ॥
চাউল সিদ্ধ কৰা সুমৰি হৰি ।
ভুঞ্জন্ত তান্ত নিবেদন কৰি ॥২৬১

মুখস্তদ্ধি কৰি কৰা সয়ন।
তথাতো থাকন্ত হৰিত মন॥
সিত্ৰে উঠি মুখ হস্ত পখালি।
হৰিৰ গৃহে জান্ত বনমালি[৪৩] ॥২৬২
ভক্তে নাম গাৱে উৎসৱ কৰি।
সুনন্ত প্ৰভু হাতে মালা ধৰি॥
তাত পাচে পদ পাঠ সুনন্ত।
পদ থৈলে ভাগৱত কহন্ত॥ ২৬৩
বোলন্ত পাঠ দ্বিজ নিত্যানন্দে[৪৪]।
গোসাঞিঁ বনমালি কহে আনন্দে॥
বিপ্ৰ জয়ানন্দ শ্ৰৱণি মুক্ষ।
কহন্ত প্ৰভু তাঙ্ক কৰি লক্ষ॥ ২৬৪
ভাগৱত থৈয়া জপন্ত নাম।
সেৱন্ত আতি প্ৰভু পূৰ্ণ্ণকাম॥
পাচে ভক্তে উঠি নাম ডাকন্ত।
প্ৰদক্ষিণ কৰি প্ৰভু ফুৰন্ত॥ ২৬৫
পখালে মুখ হস্ত গৃহে গৈয়া।
আসন্ত পুনু মুখে নাম লৈয়া॥
ভক্তে নাম লৈলে সুনন্ত পদ।
ভকত থাকে হুয়া নিসবদ॥ ২৬৬
সভাক জিনিয়া থাকন্ত বসি।
নক্ষত্ৰ মাঝে যেন পূৰ্ণ্ণ সশি॥

পদ অৱসানে সুনা কীৰ্ত্তন°°।
তিনি পৰিচেদ বোলে সোভন ॥ ২৬৭
তাত পাছে প্ৰভু উঠন্ত লাসে।
নাম গায়া ভক্তে চলন্ত পাছে ॥
ভক্তক সম্বোধে হুয়া সমুখ।
বচন সুনি দুৰ হোৱে দুখ ॥ ২৬৮
ৰন্ধন-সালাক জান্ত পাছে।
বোলে অতিথি কোন কৈত আছে ॥
বিচাৰি ভোজন কৰাৱো তঞিঁ।
তেবেসে ভোজন কৰিবো মঞিঁ ॥ ২৬৯
হৰিত নিবেদি কৰা ভোজন।
হৰি চিন্তি পাচে কৰা সয়ন ॥
সৰ্ব্বদায়ে কৰা হৰি ভকতি।
নভৈল কিচো তান আন মতি ॥ ২৭০
হেন জানি চিত্তে কৃষ্ণক ধৰি।
সমস্ত জনে বোলা হৰি হৰি ॥ ২৭১



সুনিল মাত্ৰকে সিদ্ৰে কৰিলা গমন।
পাসৰিলা দেহ-বৃত্তি তান্ত দিয়া মন ॥
মনে অনুভৱ কৰি পথে চলি জাই।
পিন্ধিবো আনন্দে আজি বনমালা পাই ॥ ২৮২
হা বনমালা বুলি পথে দেই উকি।
শ্ৰুতি হৰুআয়া খনো পাৰন্ত ভাবুঝি ॥
কৈত আচা বনমালা পিন্ধো বঙ্গ মনে।
এহি বুলি পথে প্ৰেমে পড়ে ঘনে ঘনে ॥ ২৮৩
পাচে কতো দিনে গৈয়া গোসাঞিঁক দেখিলা।
পাইলো বনমালা বুলি চৰণে পড়িলা ॥
প্ৰেম ভাৱে পড়ি পাচে তাঙ্ক দেখিলন্ত।
কৰিলা আস্বাষ পাচে বনমালি সন্ত ॥ ২৮৪
ভাগৱত পঢ়িলন্ত আচিলন্ত সুনি।
সবে মহাজনে বোলে এহে শুক মুনি ॥
নাম মহোৎসৱ ভৈল সিথানে জতেক।
কাহাৰ সকতি আচে তাক কহিবাক ॥ ২৮৫
সাত দিন সাত ৰাতৃ চেদ ভেদ নাই।
দেখিয়া সবাৰো মনে পৃতি বাঢ়ি জাই ॥
জেন মতে কুৰুক্ষত্ৰে উৎসৱ ভৈলন্ত।
তেমনে একত্ৰ আসি ভৈলা সবে সন্ত ॥ ২৮৬
মাধৱতো কৰিয়া গোসাঞিঁত অনুৰাগ।
প্ৰণাম কৰন্ত সবে জৈত পাৱে লাগ ॥

দেৱ দামোদৰ বুধি সমস্তে কৰিলা।
নমস্কাৰ কৰি সবে স্বস্থানে লড়িলা॥ ২৮৭
অৰ্জ্জুন গোসাঞিঁ এড়িবাক নপাৰন্ত।
বনমালা বনমালা সদায়ে বোলন্ত॥
গোসাঞিঁৰ বচন মানি চিত্ত দৃঢ় কৰি।
গৈলন্ত গৃহক পাচে বনমালি স্মৰি॥ ২৮৮
পাচে প্ৰভু বনমালি আসিবাৰ লাগি।
মাধৱক নমি গৈয়া বিদায়ক মাগি॥
ভক্ত সনে ৰঙ্গমনে কৰিলা গমন।
সেহিবেলা উৎসৱ কৰিলা সৰ্ব্বজন॥ ২৮৯
পাচে তৈৰপৰা আসি গোপেশ্বৰ[৩৮] থাই।
তাঙ্ক দেখিবাক লাগি গৈলন্ত গোসাঞিঁ॥
পাচে সিথানত জত আচিলেক সিলা।
দ্ৰব হুয়া আৰ্তি জল বহিবে লাগিলা॥ ২৯০
নাম মহোৎসৱ সুনি দৌল দ্ৰবিলেক।
দেখি সৰ্ব্বলোকে মনে বিস্ময় ভৈলেক॥
তাহান্ত বিদায় কৰি পাচে তৈৰপৰা।
মনত আনন্দে প্ৰভু গৈলন্ত সত্বৰা॥ ২৯১
পাচে বহুবিদ্ধ লোকে কৰিলন্ত মান।
পাচে কতো দিনে আসি পাইলা নিজ থান॥

## চক্ৰধ্বৰ সিংহৰ প্ৰাণত্যাগ।

আনন্দে আচন্ত তৈতে গোসাঞিঁ বনমালি।
পাচে নিলা চক্ৰধ্বজ ৰাজা পুন্যসালি ॥ ২৯২
জেন মতে জয়ধ্বজে কৰিলেক মান।
তেমন কৰিয়া আগে এড়িলন্ত প্ৰাণ[৬৯] ॥
গোসাঞেঁা তেমনে জ্ঞাঁন সমস্তে কহিলা।
সৎকাৰ লভিয়া পুনু স্বস্থানে আসিলা ॥ ২৯৩
এহি মতে কতো দিন আনন্দে আচন্ত।
সুনিয়োক পাছে প্ৰভু জেন কৰিলন্ত ॥

## হলেশ্বৰ মুৰ্ত্তি।

গোসাঞিঁ মিশ্ৰ পুত্ৰ জিতো ৰামকৃষ্ণ দেৱ।
গোসাঞিঁৰ চৰণে আসি কৰিলন্ত সেৱ[৭০] ॥ ২৯৪
তেহে কহিলন্ত কথা গোসাঞিঁৰ আগত।
এক মুৰ্ত্তি আছে হলেশ্বৰ[৭১] নিকটত ॥
পুস্কৰনি মধ্যে আচে সুবৰ্ণ প্ৰতিমা।
সুনি আচো প্ৰভু আমি অনেক মহিমা ॥ ২৯৫
সেহি মুৰ্ত্তি আনিবাক কৰিয়ো জতন।
ত্তান বাক্য সুনি পাছে কৰিলন্ত মন ॥
সিগ্ৰে গৈলা অনেক ভকত লগে লৈয়া।
ভৈৰবি নদিৰ তিৰে ৰহিলন্ত গৈয়া ॥ ২৯৬

প্ৰচণ্ড ভৈৰবি নদী দেখি লাগে ত্ৰাষ।
অন্যায় কৰিয়া কোনে চাপিবেক পাষ॥
হেন নদী সান্ত ভৈলা মহাজন সঙ্গে।
অপকাৰ কৰিলেয়োঁ সহি থাকা ৰঙ্গে॥ ২৯৭
একদিনা নৌকাখানি নিলন্ত ওঁটাই।
সুনি দুখ কৰিলন্ত মনত গোসাঞিঁ॥
পাছে দেবি ভকতক চপ্ন দেখাইলন্ত।
নিৰ্ম্মাল্য প্ৰসাদ কেনে আমাকে নেদন্ত॥ ২৯৮
কিচোমান ভগ্ন নৌকাখানি পাইব জাই।
ইমান দোশক মোৰ ক্ষমিব গোসাঞিঁ॥
জেমনে বুলিলা নৌকা পাইলন্ত তেমনে।
গোসাঞিঁৰ মহিমা মানিলেক সৰ্ব্বজনে॥ ২৯৯
সুনিয়োক আৰো জেন প্ৰভুৰ মহিমা।
সাৰ্‌সেসে কহি কোনে কৰিবেক সিমা॥
এক দিনা হলেশ্বৰে স্বপ্নক দেখাই।
বোলে কেনে মোৰ থানে নজান্ত গোসাঞিঁ॥ ৩০০
স্থান এড়ি আসি মঞিঁ আচো আনো সঙ্গে।
কহে ভাগৱত সুনি থাকো মন ৰঙ্গে॥
জাৱে বুলি মঞিঁ সদা কৰি আচো আষ।
নজাই দেখিয়া মঞিঁ আসো আন পাষ॥ ৩০১
চতুৰ আঙ্গুল মঞিঁ গাৱ দাঙ্গি আছো।
জাইবেক গোসাঞিঁ বুলি সদা মনোবাঞ্চো॥

আজি মোক এক ভক্তে কৰিলে অমান।
এহি বুলি তৃপুৰাৰি ভৈলা অন্তৰ্দ্ধান ॥ ৩০২
জাগিয়া প্ৰভাতে বিপ্ৰে গোসাঞিঁত কহিলা ॥
স্থনিয়া গোসাঞিঁৰ মনে লোম সিহড়িলা ॥
নয়ন ভৰিয়া ধাৰে জল বহি জাই।
তেখনে লড়িলা পাচে হৰেশ্বৰ ঠাই ॥ ৩০৩
স্বপ্নত বুলিলা হৰে জেমন বচন।
ভক্ত সমে প্ৰভু গৈয়া দেখিলা তেমন ॥
হৰি বুদ্ধি কৰি তাঙ্ক কৰিলন্ত সেৱ।
নমো নমো লক্ষ্মিপতি ভগৱন্ত দেৱ ॥ ৩০৪
তোমাৰ চৰণে আমি কৰো নমস্কাৰ।
ক্ষমা কৰিবাহা প্ৰভু দোষক আমাৰ ॥
অনেক কৰিলা স্তুতি বিষ্ণু হেন মানি।
প্ৰেমে মগ্ন হুয়া কিচো নোবোলন্ত বানি ॥ ৩০৫
হৰিধ্বনি কৰিলন্ত সবে ভক্ত গণে।
নমস্কাৰ কৰিলন্ত আনন্দিত মনে ॥
তাহান্ত বিদায় কৰি পুনু আসিলন্ত।
ভৈৰপধা গৈয়াচন্ত বনমালি সন্ত ॥৩০৬
তাত পাচে মূৰ্ত্তি আনিবাক লাগি গৈলা।
দেৱতা সবৰ মনে মহাভয় ভৈলা ॥
আমাৰ মুৰ্ত্তিক জানো গোসাঞিঁ নিয়ন্ত।
এহি বুলি বিঘ্নি কৰিবাক আলোচন্ত ॥৩০৭

গোসাঞিঁ জথাত থাকে বিঘ্নি হোৱে ছুৰ।
অন্য পথে জাৱে সবে গৰ্ব্ব হোৱে চুৰ॥
মূৰ্ত্তিৰ নিকট আসি নতু পাৱে জাৱে।
কৰিলন্ত ঘোৰ বৃষ্টি ইন্দ্ৰ দেৱতাৱে॥৩০৮
দেৱতাৰ আগ্ৰহক মনে জানিলন্ত।
মূৰ্ত্তিক লাগিয়া ইচা এড়িলন্ত সন্ত॥

( ৯ )

## ভুৱন-মোহন মুৰ্ত্তি আদি স্থাপন।

কতোদিনে তৈৰ পৰা আসি পাইলা পাছে।
বৈকুণ্ঠ-পুৰত প্ৰভু ৰঙ্গ মনে আছে॥ ৩০৯
সন্তৰ সুহৃদ অসন্তৰ জেন জম।
ধৰ্ম্মৱন্ত জনৰ সদায়ে প্ৰভু সম॥
আত্মসম ভক্তসবে দেখন্ত সদাই।
প্ৰতিদিনে মুখ দেখি প্ৰীতি বাঢ়ি জাই॥ ৩১০
মুৰ্ত্তি পূজা কৰাৱন্ত দেৱৰিক দিয়া।
আপুনিয়ো থাকা সদা হৰিক চিন্তিয়া॥
শ্ৰীকৃষ্ণৰ লিলা সব মনত স্মৰন্ত।
বঞ্চিলা বুলিয়া খনো ক্ৰন্দন কৰন্ত॥ ৩১১
পাইলোহো বুলিয়া খনে হোৱন্ত উৎসুক।
ভাগৱত কন্ত জেন মহামুনি শুক॥
সন্তগুণ বৰ্ণাইলন্ত শ্লোক বন্ধ কৰি।
স্বপ্ন দেখাই আজ্ঞা কৰিলন্ত প্ৰভু হৰি॥ ৩১২
কৰিলন্ত ঘোষা পাচে ভাগৱত চাই।
সুনিয়োক আবো জেন কৰিলা গোসাঞিঁ॥
একদিনা মনত চিন্তিয়া সন্তে পাচে।
আমাৰ থানত জিবা কিচো বিত্ত আছে॥ ৩১৩

হৰিবেসে বিত্ত সিতো আমাৰ নোহয়।
কোনবা প্ৰকাৰে জানো অনৰ্থ হোৱয় ॥
অনৰ্থে গৈলেসে সিতো বিত্ত হোৱে হানি।
সদৰ্থে লাগিলে তাৰ হানিকো নমানি ॥ ৩১৪
হেন মনে মানি প্ৰভু কৰিলা সয়ন।
বিপ্ৰৰূপে হৰি মাতি বুলিলা বচন ॥
সুবৰ্ণ প্ৰতিমা কৰি শিৱত ধৰিবা।
সিদ্ধি হৈব কাৰ্য তুমি হেলা নকৰিবা ॥ ৩১৫
প্ৰভুৰ আজ্ঞাঁক পাই কৰি ৰঙ্গ মন।
প্ৰতিমা কৰিবে লাগি কৰিলা জতন ॥
অসক্য কৰ্ম্মক দেখি ভকতে বাধিলা।
প্ৰভুৰ আজ্ঞাঁক মানি হেলা নকৰিলা ॥ ৩১৬
সকল জনক কৃপা কৰি বুলিলন্ত।
ইশ্বৰত বিত্ত লগাই কৃতাৰ্থ হুইবন্ত ॥
সক্তি অনুৰূপে জিবা কিচো দিবে পাৰে।
দিয়ন্তোক সবে এহি বুলিলোহো সাৰে ॥ ৩১৭
প্ৰভুৰ আজ্ঞাঁক সুনিলেক সৰ্ব্বজনে।
জথা জোগ্য দিলা সৱে আনন্দিত মনে ॥
দিলন্ত সুবৰ্ণ সুনি ৰাজা মহাবলে।
দিলা পাত্ৰ মন্ত্ৰি ৰাজ-মহিসি সকলে ॥ ৩১৮
অনেক সুবৰ্ণ পাচে একত্ৰ কৰিলা।
কিবা মূৰ্ত্তি কৰো বুলি মনত চিন্তিলা ॥

মনত চিন্তিয়া সাৰ কৰিলন্ত সন্ত।
জাদৱ-ৰায়ৰ সম মুৰ্ত্তি কৰাইলন্ত॥ ৩১৯
পৰম অদ্ভুত মুৰ্ত্তি দেখিতে সুন্দৰ।
তৃভুবন মোহন মুৰতি মনোহৰ॥
সুনিয়োক সভাসদ সন্তৰ চৰিত্ৰ।
কৰ্ণ্ণ বো জলয় ৰুচি পৰম পৱিত্ৰ॥ ৩২০
সন্তৰ কামনা হৰি কৰন্ত পূৰণ।
হৃদয়তে ব্যক্ত হুয়া আচা নাৰায়ণ॥
দেখা কেন তৃপুৰাৰি আচিলন্ত সঙ্গে।
আপোন স্থানক এড়ি থাকা মনৰঙ্গে॥ ৩২১
হেন জানি সন্ত সঙ্গ লৈয়োক জতনে।
শ্ৰৱণ কীৰ্ত্তন কৰিয়োক সৰ্ব্বক্ষণে॥
কলিৰ পৰম ধৰ্ম্ম জানা হৰি নাম।
কহে ৰামকান্ত দ্বিজে বোল ৰাম ৰাম॥ ৩২২

"দোলড়ি"

হেনয় অদ্ভুত মূৰ্ত্তিক দেখিয়া
গোসাঞিৰ আনন্দ ভৈলা।
প্ৰতিষ্ঠা কৰিবে গোসাঞি বনমালী
জত্ন কৰিবাক লৈলা॥
ভক্ত সব আনি জনাইবাক লাগি
দেশে দেসে পাঞ্জি দিলা।

গৈয়া ভক্ত সবে সমস্ত দেষতে
গোসাঞিঁৰ আজ্ঞা কহিলা ॥ ৩২৩
স্থনি ভক্ত সবে মনত আনন্দে
বহুবিধ দ্রব্য লৈয়া।
বাল্য বৃধ যুবা সবে নৰ-নাৰি
গোসাঞিঁক দেখিলা গৈয়া ॥
পণ্ডিত সকল অনেক ভকত
উৎসৱ কৰি আসিল।
জিবা জেহি বস্তু হাতত পাইলেক
তাহাক লৈয়া মিলিল ॥ ৩২৪
প্রজাৰ ভিৰত দলদোপ মহি
হুলস্থূল কৰে মাত্র।
খোজ কাঢ়িবাৰ শক্তি নাহি কাৰো
গৈলে চাল জাই গাত্র ॥
ৰাজায়ো স্থনিয়া মনত আনন্দে
অনেক সম্ভাৰ দিলা।
পাত্র মন্ত্রি সবে বহু দ্রব্য লৈয়া
মনত ৰঙ্গে আসিলা ॥ ৩২৫
নমস্কাৰ কৰি হুয়া নম্রকাই
আগে সবে ৰহিলন্ত।
ভিন্ন ভিন্ন কর্ম্মে নিজোজিলা সবে
গোসাঞিঁ বনমালী সন্ত ॥

পাত্ৰ মন্ত্ৰি সবে গোসাঞিঁৰ আজ্ঞাঁক
পায়া ভৈলা ৰঙ্গমন।
অজ্ঞাঁৰ কৰ্ম্মক পৰম বিশ্বাসে
কৰিলা সবে জতন ॥ ৩২৬
তাত পাচে গোসাঞিঁ প্ৰতিষ্ঠাক লাগি
আচাৰ্য্যাদি বৰিলন্ত।
আচাৰ্য্য সকলে বিধি অনুসাৰে
মুৰ্ত্তি স্নান কৰাইলন্ত ॥
বিধিয়তে প্ৰাণ প্ৰতিষ্ঠা কৰিলা
মনত আনন্দ কৰি।
ভুবন মোহনং নামক দিলন্ত
তাতে বাসা লৈলা হৰি ॥ ৩২৭
মণ্ডল উপৰে দিব্য সিংহাসনে
থাপিলন্ত কৰি জত্ন।
পুজা কৰিলন্ত বনমালি সন্ত
প্ৰকাসিলা মুৰ্ত্তি ৰত্ন ॥
হৰিধ্বনি কৰি উৎসৱ কৰিয়া
চতুৰ্ব্বিধ বাদ্য বাই।
সিবেলাত জত আনন্দ ভৈলেক
তাৰ সিমা সঙ্খ্যা নাই ॥ ৩২৮
কেহো গীতা পঢ়ে কেহো জাপ্য কৰে
হৰিধ্বনি কেহো কৰে।

কেহো নাচে গাৱে কেহো কেহো বোলে
ৰঙ্গ নাহি আতপৰে ॥
হৰি পূজা সাঙ্গ কৰিয়া পাচত
কৰিলা স্তুতি বহুত।
হোম কৰিলন্ত তাত অনন্তৰে
ঋত্বিজাদি হুয়া যুক্ত ॥ ৩২৯
সাত দিন পূজা কৰিলন্ত হোম
তাহাৰ নাহিকে সিমা।
জতেক উৎসৱ ভৈলক সিবেলা
কহিবে কোনে মহিমা ॥
তাত পাচে জজ্ঞ সাঙ্গ কৰিবাক
নাম মহোৎসব ভৈল।
সম্পূৰ্ণ দখিনা পায়া লোক সব
আনন্দিত হুয়া গৈল ॥ ৩৩০
অন্যো অন্যে পথে প্ৰসংসা কৰন্ত
নতু শুনি নতু দেখি।
যুধিষ্ঠিৰাদিৰ জেন জজ্ঞ ভৈল
তাৰ আগে আৰু লেখি ॥
এমন সুবৰ্ণ প্ৰতিমাক কাৰ
কৰিবাক সক্তি আছে।
কিনো অদভুত দেখিলো বুলিয়া
লোক সব গৈলা পাছে ॥ ৩৩১

গোসাঞিঁ বনমালী আনন্দিত মনে
সবাকো ভোস করিলা।
সুবর্ণ রজত বস্ত্র অলঙ্কার
জোগ অনুসারে দিলা॥
পাত্র মন্ত্রি সব সন্তোসিত মনে
গোসাঞিঁক নমিয়া গৈলা।
কামনা পুরিয়া গোসাঞিঁ বনমালী
পরম আনন্দ ভৈলা॥ ৩৩২
পুজা করারম্ভ মুর্ত্তি সকলক
পরম বিশ্বাস করি।
এক তিল মানো আন চিন্তা নাই
সদায়ে চিন্তন্ত হরি॥
শ্রীভাগবত অর্থ সব সদা
ঘোষারূপে থাকা শুনি।
রন্ধন ভোজন বেলা নাম ভক্তে
গায়ে প্রভু থাকা সুনি॥ ৩৩৩
আচান্তর বেলা দুই গীত গায়ে
আনন্দে সুনিশ্থাকন্ত।
রাত্রিয়ো তেমনে ভোজনর বেলা
আচরন্ত প্রভু সন্ত॥

এহিমতে জেবে হৰিক চিন্তিয়া
কতো দিন মান আছে।
শুনিয়োক প্ৰভু জেন কৰিলন্ত
তাত অনন্তৰে পাছে॥ ৩৩৪
কদলি বাড়ি[৬৪] সত্ৰ কৰিবাক
মনে ইচা কৰিলন্ত।
অনেক ভকত লগে লৈয়া প্ৰভু
গৈলা বনমালি সন্ত॥
দিব্য স্থান দেখি মনত আনন্দ
তহিতে প্ৰভু ৰহিলা।
পৰম সুন্দৰ মূৰ্ত্তি এক পাছে
সিথানক লগি নিলা॥ ৩৩৫
অচ্যুতানন্দ জে ৰায়[৬৫] নাম দিলা
থান বোলিলন্ত নাম।
অচ্যুতৰ পুৰ বুলিলেক প্ৰভু
সৰ্ব্বগুণে অনুপাম॥
অচ্যুত-পুৰত আনন্দ কৰিয়া
আচা বনমালি সন্ত।
হৰিৰ গৃহক নিৰ্ম্মান কৰিতে
পাচে প্ৰভু চিন্তিলন্ত॥ ৩৩৬
ৰাজাত জানাইলা সুনি নৃপবৰে
দিলন্ত লোক পঠাই।

পাত্র মন্ত্রি লোকে বহু লোক দিল।
ভাব সীমা সখ্যা নাই ॥
সুনিয়োক সবে লোক নিরন্তরে
এড়িয়োক আন কাম।
সন্ত সঙ্গ লৈয়া কৃষ্ণক চিন্তিয়া
ডাকি বোলা রাম রাম ॥ ৩৩৭

———

"ঝুমুরি"

পাচে লোক সব গৈয়া।
গোসাঞিঁর আজ্ঞাঁক লৈয়া ॥
তম্ভ সব আনিলন্ত।
বহু যত্ন করিলন্ত ॥ ৩৩৮
তম্ভর উপরে চৌতি।
আতিসয় করে জ্যৌতি ॥
সুদীর্ঘ রুহলি দিয়া।
ভাল সেতু নিবন্ধিয়া ॥ ৩৩৯
নির্ম্মিলন্ত গৃহবর।
দেখি অতি মনোহর ॥
দিলা ভাল বার তাত।
হিঙ্গুলর কাম জাত ॥ ৩৪০

মধ্যে দর্যা দিলা ভাল।
তাত কুদ্রাক্ষব জাল॥
দেখি দ্বাব দুই খান।
কবি আছে সুনির্ম্মান॥ ৩৪১
সিল্পিব নৈপুণ্য জত।
হয়া আছে উপগত॥
মনিকুট অনুপাম।
ভুমি খান দেখি সম॥ ৩৪২
খাটখাবি বান্ধিলন্ত।
পিণ্ডাত ঘোটালিলন্ত॥
চৌভিতি ভক্তব ঘব।
দীর্ঘ হাটি মনোহব॥ ৩৪৩
চৌপাসে প্রাকাব দুই।
জাক দেখি মোহ জাই॥
তাব মাঝে দিলা থাই।
জাক লোকে চাবে জাই॥ ৩৪৪
বান্ধিলন্ত সেতুবব।
মনব আনন্দ কব॥
চৌপদ্বাব দুই দ্বাব।
মোল্য নাহিকয় জাব॥ ৩৪৫
কবি আছে বহু যত্ন।
প্রকাসয় দ্বাব বত্ন॥

সবাৰো মধ্যত এক।
পুষ্কৰনি নিৰ্ম্মিলেক ॥ ৩৪৬

হেন পুষ্কৰনি বৰ।
কৰাইলন্ত মনোহৰ॥
ইশ্বৰত আৰোপিয়া।
খনাইলন্ত টকা দিয়া॥ ৩৪৭

দিলা সপ্তদশ শত।
অনৰ্থ মানি মনত॥
গোসাঞিঁ বনমালি সন্ত।
জিতো কৰ্ম্ম কৰাইলন্ত॥ ৩৪৮

কেহো জনে কৰাইবাক।
শক্তি নাহি কয় তাক॥
আয়ু সেষ ভৈল জানি।
গোসাঞিঁ বনমালি জ্ঞানি॥ ৩৪৯

---

অধিকা পদ :—

দুইধিক ধনু যত।
দীৰ্ঘে জানিবাহা তত॥
প্ৰস্থেয়ো তেমনে মানা।
এক ধনু মন্দ জানা॥ ৩৪৬

সিত্র কৰি কৰাইলন্ত।
মনত জানিয়া সন্ত ॥
জেবে কৰ্ম্ম সাঙ্গ ভৈলা।
মনত আনন্দ কৈলা ॥ ৩৫০
প্ৰতিষ্ঠাক মন কৰি।
মনত চিন্তন্ত হৰি ॥
দিবো কেন মতে আমি।
পাইবা চৰাচৰ স্বামি ॥ ৩৫১
ৰাজাত বিদায় লৈয়া।
ঐচ্যুত পুৰক গৈয়া ॥
পাচে জত্ন কৰাইলন্ত।
দসোদিশে জনাইলন্ত ॥ ৩৫২
হে সভাসদ লোক।
মোক কৃপা কৰিয়োক ॥
অল্পমতি বুদ্ধিহিন।
মোত পৰে নাহি দিন ॥ ৩৫৩
সন্ত-গুণ বিৰচিলো।
হৰি-পাৱে নিবেদিলো ॥
ইহাতে সন্তোষ হৰি।
লৈবা নিজ দাস কৰি ॥
হৃৰিক মনত ধৰি।
ডাকি বোলা হৰি হৰি ॥ ৩৫৪

"পদ"

আত অনন্তৰে পাছে ভৈল জেন কথা।
জেন মতে কৰিলন্ত জজ্ঞঁৰ বেবস্থা॥
সৰোবৰ গৃহ দুইকো একত্ৰ কৰিয়া।
প্ৰতিষ্ঠা কৰিবে লাগি মনত চিন্তিয়া॥ ৩৫৫
মতাইলন্ত বৈষ্ণবক কৰিয়া কৌতুক।
আসিলন্ত সন্ত সব মনত উৎসুক॥
শ্ৰীলক্ষ্মী গোসাঞিঁ ৰামচন্দ্ৰ ভট্টাচাৰ্য্য।
আসিল অনেক আৰো ব্ৰাহ্মণ আচাৰ্য্য॥ ৩৫৬
সন্মান কৰিলা প্ৰভু জোগ্য অনুসাৰে।
জতেক আসিল সিমা কৈবে কোনে পাৰে॥
জত পাত্ৰ মন্ত্ৰিগণ ৰাজাৰ মহিসি।
অনেক সম্ভাৰ দিলা মনত হৰিষি॥ ৩৫৭
সম্পূৰ্ণ অদ্ভুতপুৰ ধনে ধান্যে ভৈলা।
নিসন্ধি কৰিয়া সবে প্ৰজা সব বৈলা॥
প্ৰজাৰ ঘঞ্চালে জেন জাই ভুমি চাল।
সুস্বনিয় মাত বোঁল কৰ্ণে হানে ভাল॥ ৩৫৮
কেহো নাম গাৱে কেহো নাছে ৰঙ্গ কৰি।
দশ কুড়ি এক হুয়া সুমধুৰ হৰি॥
দামা কাঙস ভেৰি তাল ঝাঝৰ কোবাই।
কৰন্ত আনন্দ তাৰ সিমা সংখ্যা নাই॥ ৩৫৯

প্ৰজাৰ আনন্দ আতি এহি মানে ধৰ্এ।
জজ্ঞৰ বেবস্থা কিচো সথ্যোপিয়া কৰ্এ॥
পশ্চিমুও হোম গৃহ নিৰ্ম্মাণ কৰিলা।
উত্তৰত বস্তু জাত* গৃহক নিৰ্ম্মিলা॥ ৩৬০
প্ৰাসাদ প্ৰতিষ্ঠা হোম গৃহ পুৰ্ব্বে ভৈলা।
নানাবিধ দ্ৰব্য পাচে স্থানে স্থানে থৈলা॥
পাচে গোসাঞিঁ শ্ৰীৰামক বুলিলা বচন।
জজ্ঞক লাগিয়া বাপু কৰিবাহা মন॥ ৩৬১
জিবা কৰ্ম্মে জিবা জোগ্য আপুনি কৰিবা।
জোগ্য অনুসাৰে পাচে দক্ষিণা কৰিবা॥
সবেখানি কৰিবাহা ভাল মতে চাই।
কিচো শ্ৰেস্তা কৰিবাক মোৰ সক্তি নাই॥ ৩৬২
গোসাঞিঁৰ আজ্ঞাক ৰামদেৱে সিৰে ধৰি।
পণ্ডিত সবক দিলা নিযোজন কৰি॥
আচাৰ্য্য ঋত্বিজ ব্ৰহ্মা উদ্গাতা উত্তম।
অধ্বৰ্য্য সহিতে পাচে কৰিলা নিয়ম॥ ৩৬৩
ঋত্বিজ সকলে পাছে কুণ্ড নিৰ্ম্মিলন্ত।
জত্ন কৰি পাছে ভদ্ৰ মণ্ডল দিলন্ত॥
দৈবজ্ঞেঁ কহিলা ভাল তিথি বাৰ ক্ষণ।
জজ্ঞ আৰম্ভিবে লাগি কৰিলা জতন॥ ৩৬৪

---

* পাঠান্তৰ—
বাস্তু-যাগ।

এক দিয়সতে দুই কৰ্ম্ম আৰম্ভিলা।
গোসাঞিঁৰ ভাতৃক এক কৰ্ম্মে নিযোজিলা॥
পাচে ৰামদেৱে ৰঙ্গে শ্ৰাদ্ধ কৰিলন্ত।
বস্ত্ৰ অলঙ্কাৰে আচাৰ্য্যাদি বৰিলন্ত॥ ৩৬৫
ঋত্বিজ সকলে বেদ মন্ত্ৰ উচ্চৰিল।
মঙ্গল আচৰি পাছে জন্তুঁ আৰম্ভিলা॥
চতুৰ্ব্বিধ বাগ্য বাই হৰিধ্বনি কৰি।
পাচে কৰিলন্ত হোম বৈদিক উচ্চৰি॥ ৩৬৬
অনেক ব্ৰাহ্মণে গীতা পঢ়ে জাইপ্য কৰে।
আনন্দ কৰিয়া ৰঙ্গ চাৱে সৰ্ব্ব নৰে॥
থানে থানে অনেক উৎসব ফুৰে চাই।
ইথানৰ পৰা পাছে সিথানক জাই॥ ৩৬৭
ভক্তে নাম গায়া কৰে অনেক উৎসব।
ভৈলেক সিবেলা তৈত মহা মহোৎসৱ॥
পাচে নাগ নিৰ্ম্মিলন্ত বিচিত্ৰ কৰিয়া।
সৰোবৰ মধ্যে খৈলা বহু লোকে নিয়া॥* ৩৬৮
থুলন্তৰ নাগগোট দেখি চমৎকাৰ।
প্ৰপোতন বেলা ভৈল উৎসব আপাৰ॥

---

* অধিকা পদ :—

তাৰ নিকতক গৈলা বনমালি সন্ত।
পাচে গৈলা আসি আছে জতেক মহন্ত। ৩৬৮

মহন্ত সকলে থাপিলন্ত দৃঢ় করি।
উৎসৱ করিয়া সবে সুমরয় হরি॥ ৩৬৯
ব্রাহ্মে ভণে প্রদক্ষিণ করিয়া ফুরন্ত।
বিধি অনুসারে প্রভু সবে আচরন্ত॥
বেদর বিহিত জত লাগে করিবাক।
ঋত্বিজ সকলে সবে করিলন্ত তাক॥ ৩৭০
বিধিয়তে পাচে কর্ম্ম সাঙ্গ করিলন্ত।
পরম আনন্দ ভৈলা বনমালি সন্ত॥
তাত পাছে বামদেবে দক্ষিণা করিলা।
সালঙ্কৃতা ধেনু দিয়া দখিণা করিলা॥ ৩৭১
সুবর্ণ রজত বস্ত্র অলঙ্কার জত।
কম্বল ভাজন দিয়া আনন্দ মনত॥
সুবর্ণ রজত বস্ত্র অলঙ্কার দিয়া।
করিলা কৌতুক সন্ত সবক পুজিয়া॥ ৩৭২
আসিসাদি করি সন্ত সব গৃহে গৈলা।
মঞ্চ করি চৌপন্থাতৎ দান দিবে লৈলা॥
রজত সুবর্ণ বস্ত্র অনেক দিলন্ত।
মনত আনন্দ করি বামদেৱ সন্ত॥ ৩৭৩

---

## স্বৰ্গাৰোহণ।

অনেক প্ৰসংশা কৰি প্ৰজা সবো গৈলা।
গোসাঞিঁ বনমালি পাচে আনন্দিত ভৈলা ॥
বৈদিক কৰ্ম্মক প্ৰভু আপুনি আচৰি।
সমস্ত জনক লাগি থৈলা কৃপা কৰি ॥ ৩৭৪
অচ্যুত-পুৰত ভক্ত ভাগৱত থৈলা।
বৈকুণ্ঠ-পুৰক পাচে তৈৰ পৰা গৈলা ॥
বৈকুণ্ঠ-পুৰৰ ভক্তে উৎসব কৰন্ত।
সবাকো আনন্দ দেন্ত বনমালি সন্ত ॥ ৩৭৫
দুই পাঠ ভাগৱত কহন্ত উৎসুকে।
বৈষ্ণৱ সকলে সুনে মনত কৌতুকে ॥
শ্ৰীকৃষ্ণৰ লিলা কথা কহন্ত সদাই।
একক্ষণ মানে তান্ত আন চিন্তা নাই ॥ ৩৭৬
ভক্ত সকলৰো তান্ত প্ৰেম অতিৰেক :
প্ৰাণতো অধিক মাত্ৰ সদা দেখিলেক ॥
প্ৰতি দিনে সেৱা কৰে আনন্দিত মনে।
আস্বিৰ্ব্বাদ কৰে প্ৰভু মধুৰ বচনে ॥ ৩৭৭
ৰামদেৱে আত্মাসম দেখন্ত সদাই।
সদা নমস্কাৰ কৰে চৰণত জাই ॥

স্নেহ কৰি আসিৰ্ব্বাদ গোসাঞি কৰন্ত।
সকলে ভক্তিতে সম ভাৱে প্ৰবৰ্ত্তন্ত॥ ৩৭৮
এহি মতে কতিপয় দিন প্ৰভু আছে।
হুনিয়োক জেন কথা ভৈলা তাত পাছে॥
ভৈলন্ত অসুস্থ প্ৰভু সক্তি নাহিকয়।
বৈকুণ্ঠে জাইবাক লাগি কৰিলা নিশ্চয়॥ ৩৭৯
সিৰহস্তে পুষ্প দুই বৈকুণ্ঠ-নাথৰ।
ভুমিত পড়িল আজ্ঞা ভৈলেক সম্বৰ॥
তিনি পাঠ ভাগৱত কৈবে নপাৰিলা।
বক্তায়ে কহিলা প্ৰভু আনন্দে শুনিলা॥ ৩৮০
অসামৰ্থ ভৈলা প্ৰভু বনমালি সন্ত।
সুনি সিগ্ৰ কৰি ভক্ত সব আসিলন্ত॥
হৰিধ্বনি কৰি সবে বেঢ়িয়া ৰহিলা।
সবাকো চাহিয়া প্ৰভু বুলিবে লাগিলা॥ ৩৮১
দেৱ দামোদৰ ধৰ্ম্মে গোসাঞি বলৰাম।
আছিলা পৰমানন্দ দেৱ পুৰ্ণ ধাম॥
দুয়ো জনে কৃপা কৰি আমাৰ সিৰত।
দিলন্ত অনাদি সিদ্ধ ধৰ্ম্ম ভাগৱত॥ ৩৮২
সম্বৰ আজ্ঞাক ধৰি আমিয়ো আছিলো।
আৰে সেহি ধৰ্ম্ম ৰাম-সিৰে আমি দিলো॥
আমাত জেমন বুদ্ধি তোৰা কৰিচাহা।
সেহি বুদ্ধি আৰু আজি ধৰি কৰিবাহা॥ ৩৮৩

এহি বাক্য পুৰ্ব্বতো বুলিয়া আচা সন্ত।
পুনু স্থমবায়া ৰামদেৱক বোলন্ত॥
বৈষ্ণবক মোৰ বুলিবাহা সৰ্ব্বদাই।
ভক্তে সমে থাকিবাহা ধৰ্ম্ম প্ৰবৰ্ত্তাই॥ ৩৮৪
বেহাৰ সত্ৰক বাপু পালন কৰিবা।
বন্ধুবৰ্গ সমস্ততে সমে প্ৰবৰ্ত্তিবা॥
জেমনে আমাত অনুলগ্নি আচিলেক।
তেমনে তোমাত তাৰা সবো থাকিবেক॥ ৩৮৫
মাথে হস্ত দিয়া প্ৰভু এতেক বুলিলা।
শিৰহস্তে মালা নিয়া তান মাথে দিলা॥
ৰাজাক লাগিয়া আশিৰ্ব্বাদ কৰিলন্ত।
বাপুসমে সত্ৰ মহাৰাজা পালিবন্ত॥ ৩৮৬
পাত্ৰ মন্ত্ৰি ৰাজমহিসিক বুলিলেক।
আসিৰ্ব্বাদ সি দেৱৰ আচয় জতেক॥
এহি বুলি মৌন ভৈলা চিন্তি হৰি পাৱ।
স্থনি ভকতৰ প্ৰেমে সিহৰিল গাৱ॥ ৩৮৭
উচ্চ কৰি হৰিধ্বনি সবে কৰিলন্ত।
এমনে ৰহিলা এক ৰাতৃ প্ৰভু সন্ত॥
পাচে প্ৰভাততে তাঙ্ক কৰাইলন্ত স্নান।
সন্ধ্যাক উত্তম কৰে বনমালি প্ৰাণ॥ ৩৮৮
তিনি দিন হন্তে প্ৰভু অন্ন এড়িলন্ত।
গঙ্গোদক মহাপ্ৰসাদক ভুঞ্জিলন্ত॥

হৰিধ্বনি কৰাইলন্ত ভকতক চাহিয়া।
সুন্দৰ লাবণ্য হস্ত উৰ্দ্ধক তুলিয়া ॥ ৩৮৯
আশ্বিন মাসত শুক্লা সপ্তমি তিথিত।
বৈকুণ্ঠে জাইবাক লাগি কৰিলন্ত চিত্ত ॥
দৰ্ব্বনা প্ৰসাদ সালগ্ৰাম আদি কৰি।
সিৰে দিয়া ভক্ত সবে সুমৰয় হৰি ॥ ৩৯০
সুগন্ধ চন্দন তুলসিৰ মালা দিলা।
দেবাঙ্গ বসন পিন্ধি প্ৰকোষ কৰিলা ॥
সেহি বেলা ভকত সকলে নাম গাই।
কৰন্ত মঙ্গল নানাবিধ বাদ্য বাই ॥ ৩৯১
বেদমন্ত্ৰ উচ্চাৰন্ত ব্ৰাহ্মণ সকল।
পাচে ৰামদেৱে কৰিলন্ত অন্তৰ্যল ॥
তুলসি কাননে পাছে কৰাইলা সয়ন।
জলি গৈল সোক দেখি সুন্দৰ বদন ॥ ৩৯২
বিধি বেবহাৰ পাছে সমস্তে কৰিলা।
সেহি হৰিধ্বনি ৰোলে স্বৰ্গকি লঙ্ঘিলা ॥
চতুৰ্ভুজ হুয়া বীষ্ণু সঙ্গে ৰৈলা পাছে।
স্বপ্নে বহু লোকে ইতো কথা দেখি আছে ॥ * ৩৯৩

---

অধিকা পদ :—

সে'হ বেলা প্ৰভু সূৰ্য্য জেন প্ৰকাশিলা।
উৎকা ( ? ) কাৰ হৰিধ্বনি ভকতে কৰিলা ॥
জয় কৃষ্ণ জয় কৃষ্ণ মুখে উচাৰিয়া।
বৈকুণ্ঠে চলিলা প্ৰভু আনন্দ কাৰয়া ॥ ৩৯৩

স্থনিয়োক সভাসদ এক চিত্ত কৰি।
ডাক চাড়ি উচ্চ কৰি বোলা হৰি হৰি ॥ ৩৯৪

"লেচাৰি"

এহিমতে জেবে সন্ত হৰি বৈকুণ্ঠে গৈলন্ত ৰঙ্গ কৰি
বৈষ্ণবৰ দেহে সোকাগ্নি জ্বলিয়া গৈল।
আপুন দেহক পাসৰিল শ্ৰুতি বুধি জ্ঞান হৰুআইল
সোকে মকমকি ক্ৰন্দন কৰিবে লৈল ॥
হাঁ প্ৰভুদেৱ পুণ্যসালি কৈক গৈলা প্ৰাণ বনমালি
প্ৰাণ লৈয়া গৈলা মৃতক ভৈলোহো আমি।
কোটি জন্ম প্ৰভু তপসাই তোমাৰ সঙ্গক আচো পাই
আবে এড়ি গৈলা কৈত পাইবো হেন স্বামি ॥ ৩৯৫
এহিমতে আনো বিলাপিয়া ধৈৰ্য ধৰি চিত্ত প্ৰবোধিয়া
হৰি নাম গাইবে লাগিলা উৎস্বৰ কৰি।
দুখানি চৰণ সিৰে তুলি ৰামে কান্দিলন্ত প্ৰভু বুলি
খাটত তুলিয়া পাছে চিত্ত ধৈৰ্য্য কৰি ॥
ভাগৱতি বিপ্ৰ সবে সিৰে লৈয়া চলি গৈলা ধিৰে ধিৰে
বাদ্য ভণ্ড বাই ভক্তে জাস্ত নাম গাই।
সেহি বেলা নৰসিংহ সন্তে গোসাঞিৰ বাৰ্ত্তাক স্থনিলন্ত
দুখ কৰি ভক্ত সব লগে লৈয়া জাই ॥ ৩৯৬
অসখ্যাত প্ৰজা বেঢ়ি জাৱে উৎস কৰি মুখে নাম গাৱে
এহি মতে ব্ৰহ্মপুত্ৰ তিৰ পাইলা জায়া।

সেহি বেলা দ্বিজ ভট্টাচাৰ্য্য　　বাদ্য স্তুনি বুঝিলন্ত কাৰ্য্য
ব্যাকুলে আসিয়া বহিলন্ত সঙ্গ লৈয়া ॥
বিধিয়ন্তে স্নান কৰাইলন্ত　　দিব্য বাস মালা পিন্ধাইলন্ত
স্তুগন্ধ চন্দনে বিলেপিত কৈলা কাই।
বৈসালন্ত পদ্মাসন কৰি　　প্ৰকাসন্ত জাপ্য মালা ধৰি
দেখিয়া ভক্তৰ সোকে প্ৰাণ ফুটি জাই ॥ ৩৯৭
হোম কাষ্ঠে চিতা নিৰ্ম্মিলন্ত　　বিধিয়তে সবে কৰাইলন্ত
বিপ্ৰ ভট্টাচাৰ্য্যে পৰম বিস্বাষ কৰি।
চিতাত তুলিয়া বিধিয়তে　　কণিকা বৰিসে আকাশতে
বহু বাদ্য বায়া ভক্তে স্তুমৰয় হৰি ॥
সুদ্ধ দেহ পায়া হুতাসনে　　দহন কৰিলা ৰঙ্গ মনে
দেহুৰ স্তুগন্ধ চতুৰ্ভিতি লাগি গৈলা।
বিধিয়তে পাচে পিণ্ড দিলা　　ব্ৰহ্মপুত্ৰে ভস্ম নিমজাইলা
ভক্ত সমে বামদেৱ সোকাকুল ভৈলা ॥ ৩৯৮
পথতে আসন্তে জলে সোক　　হা প্ৰভু এড়ি গৈলা মোক
এহি বুলি পাচে ক্ৰন্দন কৰন্ত দুখে।
ভকতৰ শোক জলি গৈল　　ক্ৰন্দনৰ বোল উথলিল
হাঁ প্ৰাণ বনমালি মাত্ৰ বোলে মুখে ॥
মহা সোকে দুখে আসিলন্ত　　সৰ্ব্বস্তুন্য স্থান দেখিলন্ত
সোকে দহে প্ৰাণ কেহো নিদ্ৰা নপাইলেক।
প্ৰভাতে উঠিয়া বামসন্ত　　জৰ্জ্জক লাগিয়া চিন্তিলন্ত
দসো দিসে পাছে ভক্তক পাঞ্চি দিলেক ॥ ৩৯৯

সুনি সবে লোকে দুখ কৈল হা প্রভু বৈকুণ্ঠক গৈল
এবেসে জানিলো মিলিল দুখ আমাৰ।
আসে বহু বিধ দ্রব্য লৈয়া ৰামদেৱ আগে পড়ে গৈয়া
ক্রন্দনৰ উর্ম্মি উথলয় বাৰম্বাৰ॥
সবাকো সম্মুখি ৰাম সন্ত বিধিয়তে কর্ম্ম কৰিলন্ত
চতুর্থ দিয়সে জতেক কৰিবে লাগে।
সন্দেসাদি জত্ন কৰাইলন্ত বৈষ্ণৱ সবক ভুঞ্জাইলন্ত
সবাকো সন্তোসি দান দিলা মহাভাগে॥ ৪০০
মহামহোৎসৱ ভৈল পাছে দেখত জতেক সাধু আছে
সবাকো আনন্দে মতাইলন্ত ৰাম সন্ত।
সুনি পাচে সবে মহাজনে গোসাঞিৰ বিস্বাষ কৰি মনে
অনেক ভকত সমে সিগ্রে আসিলন্ত॥
সবাকো কৰিলা সনমান পৰম আনন্দ কৰি মন
দিলা বাসা ভোজ্য সবে থানে থানে ৰৈলা।
অসংখ্যাত লোক আসিলেক নিসন্ধি কৰিয়া ৰহিলেক
তাত পাচে জেন মহা মহোৎসৱ ভৈলা॥ ৪০১
তাত অনন্তৰে ৰাম সন্ত সভাৰ মধ্যত বসিলন্ত
পৰম আনন্দে অভিসেক মন কৰি।
সেহি বেলা মহাজন সন্ত হস্তে মালা ধৰি উঠিলন্ত
ৰামদেৱ শিৰে দিলন্ত মন্ত্র উৎসৰি॥
ব্রাহ্মণ সকলে গীতা বোলে ভক্তে উৎস কৰি হৰি বোলে
বাদ্য ভণ্ড বোলে পুৰিল সবে আকাশ।

শ্ৰীৰামৰূপে সন্ত হৰি বসিলন্ত প্ৰভু মৌন ধৰি
সন্তৰ মধ্যত সূৰ্য্যৰ জেন প্ৰকাৰ ॥ ৪০২
হে সভাসদ সাধুলোক কিচোমান কৃপা কৰা মোক
ঘোৰ সংসাৰত ভ্ৰমিয়া ফুৰু সদাই।
ভাৰত-বৰ্ষৰ বিপ্ৰ-তনু আৰ কি লভিবো নৰ-তনু
তথাপিতো মোৰ কিচো মনে চিন্তা নাই ॥
সন্ত সঙ্গে ৰামকৃষ্ণ নাম মুখত আসোক অবিশ্ৰাম
মনেয়ো সদায়ে থাকিবে বিশ্বাষ কৰি।
এহি অনুগ্ৰহ কৰা মোক আপুনিয়ো চিত্তে ধৰিয়োক
ডাক চাড়ি সবে ঘুসিয়োক ৰাম হৰি ॥ ৪০৩

বসন্দৰ।

"ঝুলড়ি"

জতেক পণ্ডিত আসিলেক তাৰ
কোনে কহি পাৰে সিমা।
জেমন উৎসব ভৈলেক সিবেলা
কহি পাৰে কোনে সিমা ॥
জোগ্য অনুসাৰে সন্ত সকলকু
অগ্ৰ পুজা কৰিলন্ত।
তাত পাচে অন্য সমস্তে জনক
দখিনা কৰিলা সন্ত ॥৪০৪

কম্বল ভাজন সুবর্ণ ৰজত
মহিষ বস্ত্র অনেক।
গো সকলক দিলন্ত বিপ্রক
আনন্দ সবে ভলেকৈ॥
সমস্তে মহন্ত একথান হুয়া
আসির্ব্বাদ কৰিলন্ত।
মনত বিস্বাসে প্রসঙ্সা কৰিয়া
গৃহে গৈলা সবে সন্ত॥৪০৫
সবে নৰ নাৰি প্রসঙসা কৰন্ত
কিনো দানি ৰামদেৱ।
এমন উদাৰ চিত্ত ইকালত
আন নাহিকয় কেৱ॥
পণ্ডিত ব্রাহ্মণে সন্তোসিত মনে
আসির্ব্বাদ কৰিলন্ত।
শ্রীবনমালি দেৱৰ ধৰ্ম্মক
ৰাখন্তোক ৰামসন্ত॥৪০৬
অনেক প্রসঙ্সা কৰিয়া সমস্তে
স্বকি স্বকি স্থানে গৈলা।
সন্তোষ কৰিয়া সমস্তে জনক
ৰামদেৱ ৰঙ্গ ভৈলা॥
শ্রীবনমালি দেৱৰ আজ্ঞাঁক
ৰামদেৱ সিৰে ধৰি।

ধৰ্ম্ম ভাগৱত বৈষ্ণৱ সৱক
বহিলা পালন কৰি ॥ ৪০৭
প্ৰথম উদাৰ থিৰ সুগম্ভিৰ
ৰামদেৱ মহামতি।
ধৰ্ম্ম পালনত থিত হুয়া সদা
আচৰা হৰি ভকতি ॥
জিবা জনে জেহি খোজন্ত আসিয়া
নেদো হেন নোবোলয়।
সকলে লোকত প্ৰচাৰ ভৈলেক
দানৰ মহিমাচয় ॥ ৪০৮
শ্ৰীবনমালি দেৱৰ চৰণ
বৈষ্ণৱে ধৰি সিৱত।
তেমন বুদ্ধিয়ে সেৱা কৰে আসি
শ্ৰীৰাম চৰণত ॥
গোসাঞিঁ বনমালি দেৱৰ কৃপাৰ
ভাজন জে ৰামদেৱ।
তাহান চৰণে দণ্ডৱতে পৰি
মঞিঁ কৰো কোটি সেৱ ॥ ৪০৯



গ্ৰন্থকাৰৰ পৰিচয় ।

"ছবী"

আছিলন্ত সন্ত গ্ৰামেৎ৹ হৰি ভাবতি নামে
দ্বিজবৰ পৰম সুমতি ।
অনেক জতনে তেহে কৈলা সোহ্ল নাম স্নেহে
উপদেশ দিলন্ত ভকতি ॥
তান পুত্ৰ অনুপাম শ্ৰীমন্ত মুকুন্দ নাম
সন্ত-সেৱা-ৰত মহাশয় ।
ভকতক একত্ৰ কৰি সত্ৰ কৰি ভজি হৰি
আশ্ৰয় কৰাইলা লোকচয় ॥ ৪১০
তাহান তনয় আতি পাঠক চন্দ্ৰ জে ক্ষাতি
ভাগৱত সাস্ত্ৰত সুসাৰ ।
সন্তৰ সেৱাত ৰতি কৰন্ত হৰিত প্ৰীতি
তেহে জানা জনক আমাৰ ॥
আসিয়া মনত ৰঙ্গে গোসাঞি বনমালি সঙ্গে
থৈলা মোক পৰম বিশ্বাসে ।
গোসাঞি বনমালি সন্ত কৃপা কৰি বুলিলন্ত
আশ্ৰয় কৰিয়া ৰৈলো পাসে ॥ ৪১১
জাৰ কৃপা লেষ পাই অধমো নিস্তৰি জাই
হেনয় প্ৰভুৰ সঙ্গ পাইলো ।
তথাপিতো মন্দমতি তাহান চৰণে ৰতি
একচিত্ত ভাৱে নকৰিলো ॥

অনেক জন্মৰ জ্ঞান চক্ষু ৰূপে গোসাঞিঁ প্ৰাণ
ভৈলা আসি পৃথিবি আসিয়া।
হেনয় কৃপালু দেৱ নকৰিয়া তাঙ্ক সেৱ
নসিলোহো তাঙ্ক নভজিয়া॥ ৪১২
হে জগতৰ নাথ প্ৰণামো দমাই মাথ
বনমালি-ৰূপ-ধৰ হৰি।
তোমাৰ চৰণে চিত্ত সুণ্ডচোক প্ৰতিনিত
ভজো হেবা এক চিত্ত কৰি॥
হে সভাসদ লোক নিন্দা নকৰিবা মোক
বঢ়া টুটা দোষক দেখিয়া।
ঈশ্বৰৰ অঙ্স সন্ত গুণৰ নাহিকে অন্ত
সিমা কোনে কৰিবে কহিয়া॥ ৪১৩
তথাপিতো সখ্যোপিয়া যথামতি নিবন্ধিয়া
সেৱা কৈলো সন্তৰ চৰিত্ৰ।
এহিমানে সমাপতি কৈলো মঞিঁ অল্পমতি
সন্তগুণ পৰম পৱিত্ৰ॥
হৰি পাৱে নিবেদিলো দেহাদিকো সমৰ্পিলো
দিয়া তযু পদতলে ঠাই।
নমো নমো ৰামদেৱ চৰণত কৰো সেৱ
তুমি বিনে কৃপাকৰ নাই॥ ৪১৪
কৃপা কৰি আজ্ঞা দিলা মনে সক্তি সমৰ্প্পিলা
তাতেসে মোহোৰ ভৈল মতি।

আসির্ব্বাদ দিয়া মোক    সন্তসেৱা সুগুচোক
সদা হৌক হৰিত ভকতি ॥
সুনা সবে ভক্তলোক   কিছো দয়া কৰা মোক
চৰণত কোটি কৰো সেৱ ।
অল্পমতি বুদ্ধিহিন     মোত পৰে নাহি দিন
ইতো সংসাৰত আন কেৱ ॥ ৪১৫
ক্ষমা কৰিয়োক দোষ  আপুনি হুয়োক তোষ
হৰি ভজা তেজি আন কাম ।
কৰিয়োক চিত্ত সান্ত    বোলে দ্বিজ ৰমাকান্ত
নিৰন্তৰে বোলা ৰাম ৰাম ॥ ৪১৬

শ্রীজাদবৰ দাস গুপিনাথেন লিখিতং ।
১৬৮৮ শ্রাবন মাস বৃহস্পতিবাৰ ত্রিত্রিয়া তিথিত
পুথি লিখা সাঙ্গ হুইচে।
শ্রীজাদবৰদাস বিজই থনিকৰে
প্রতিমা কৰিছে ।

—o—

# টীকা।

| ক্ৰমিক নম্বৰ | পৃষ্ঠা | পং | |
|---|---|---|---|
| ১ | ২ | ৬-৭ | বৈষ্ণৱ দৰ্শনমতে বাসুদেৱ, সঙ্কৰ্ষণ বা বলদেৱ, কামদেৱ আৰু অনিৰুদ্ধ—এই চাৰিটিক চতুৰ্ব্যূহ বোলে। এই চাৰি ব্যূহ সাংখ্যদৰ্শনৰ চিত্ত, বুদ্ধি, অহঙ্কাৰ আৰু মন এই চাৰি তত্ত্বৰ লগত একে। কৃষ্ণ, বলৰাম, প্ৰদ্যুম্ন বা কামদেৱ আৰু অনিৰুদ্ধৰ নাম অনুসৰি এই চতুৰ্ব্যূহৰ নামকৰণ হৈছে। অসমীয়া বৈষ্ণৱ সকলে এই চাৰি ব্যূহক ৰাম, কানু, গদ আৰু অনিৰুধ বুলি কয়। |
| ২ | ৪ | ১৫ | ৰামদেৱ—দক্ষিণপাট সত্ৰৰ দ্বিতীয় অধিকাৰ; বনমালী দেৱৰ ভায়েক ৰামহৰি দেৱৰ পুত্ৰ। প্ৰায় ১৬৮৬ খৃঃ পৰা ১৭০৩ খৃঃ লৈ অধিকাৰ আছিল। |
| ৩ | ৪ | ১৯ | বৈষ্ণৱ পণ্ডিত সকলৰ মতে শ্ৰীকৃষ্ণ বাসুদেৱ ভাগৱতী ধৰ্ম্মৰ আদি প্ৰবৰ্ত্তক। ঐতিহাসিকবিলাকে ঠিৰ কৰিছে যে এওঁৰ জন্ম বুদ্ধদেৱৰ আগেয়ে প্ৰায় খৃঃ পূঃ ৯ম শতিকাত হৈছিল। |
| ৪ | ৫ | ২২ | ভাগৱতী বা বৈষ্ণৱ ধৰ্ম্মৰ প্ৰসিদ্ধ ভক্ত সকলক মহাভাগৱত বা পৰম ভাগৱত বোলা হৈছিল। |
| ৫ | ৫ | ২৪ | ভাগৱতী ধৰ্ম্মৰ অনেক সম্প্ৰদায়। প্ৰাচীন কালত শ্ৰী, ব্ৰহ্ম, ৰুদ্ৰ আৰু সনক এই চাৰিটা সম্প্ৰদায় উল্লিখিত আছে। শ্ৰীচৈতন্যদেৱ ব্ৰহ্ম সম্প্ৰদায়ৰ |

ক্ৰমিক নম্বৰ  পৃষ্ঠা  পদ

আচাৰ্য। দামোদৰ দেৱ, বনমালীদেৱ প্ৰভৃতিও এই সম্প্ৰদায়ভুক্ত।

৬ ৬ ২৪-২৫ চৈতন্যদেৱ গৌড়ীয় বৈষ্ণৱ সম্প্ৰদায়ৰ প্ৰথম আচাৰ্য।

শঙ্কৰদেৱ মহাপুৰুষীয়া বৈষ্ণৱ সম্প্ৰদায়ৰ প্ৰবৰ্তক।

দামোদৰদেৱ কামৰূপত ব্ৰহ্মসম্প্ৰদায়ৰ প্ৰধান আচাৰ্য।

মাধৱদেৱ শঙ্কৰদেৱৰ শিষ্য।

গোপালদেৱ, দামোদৰদেৱৰ শিষ্য আৰু উজনীখণ্ডত বৈষ্ণৱ ধৰ্ম-প্ৰবৰ্তক।

বলদেৱ, পৰমানন্দদেৱ—দামোদৰ দেৱৰ পাছত কোচবিহাৰৰ সত্ৰত ধৰ্ম-প্ৰবৰ্তক আছিল।

মিশ্ৰগোঁসাই কুৰুৱাবাহী সত্ৰৰ স্থাপক।

জয়হৰি দেৱ, গোপালদেৱৰ ভতিজাক আৰু গড়মূৰ সত্ৰৰ প্ৰথম অধিকাৰ।

নিৰঞ্জনদেৱ—আউনী আটীয় সত্ৰৰ প্ৰতিষ্ঠাতা।

৭ ৬ ২৭ শঙ্কৰদেৱ কামৰূপীয় বৈষ্ণৱ সম্প্ৰদায়ৰ মাজত মহাদেৱ বা শঙ্কৰৰ অৱতাৰ বুলি প্ৰখ্যাত। মহাদেৱ আদি দ্বাদশ বৈষ্ণৱৰ ভিতৰৰ অন্যতম।

৮ ৬ ২৮ ইয়াৰ পৰা আৰু দামোদৰৰ চৰিত্ৰৰ পৰাও দেখা যায় যে, সত্ৰবিলাকত প্ৰচলিত অষ্ট প্ৰসঙ্গ নিয়ম দামোদৰ দেৱৰ দ্বাৰায় প্ৰতিষ্ঠিত হৈছিল।

৯ ৭ ৩৩ দামোদৰ দেৱৰ প্ৰতিষ্ঠিত কোচবিহাৰ সত্ৰৰ নাম মধুপুৰ।

| ক্ৰমিক নম্বৰ | পৃষ্ঠা | পদ | |
|---|---|---|---|
| ১০ | ৯ | ৪২ | এইবিলাক কথা দামোদৰ দেৱৰ চৰিত্ৰৰ লগত মিলে। |
| ১১ | ১১ | ৪৮ | গোপালদেৱ বা বংশীগোপাল দেৱ—১৬শ শতিকাৰ শেষত আৰু ১৭শ শতিকাৰ আৰম্ভৰ সময়ত এওঁ উজনীখণ্ডত বৈষ্ণৱ ধৰ্ম প্ৰচাৰ কৰে। কিছুদিনৰ কাৰণে প্ৰতাপসিংহ স্বৰ্গদেৱৰ দিনত ৰাজ-নিগ্ৰহ ভুগিব লাগিছিল। শেষত তেওঁৰ মাহাত্ম্য বুজিব পাৰি ৰজাই কুকুৰাবাহী সত্ৰ পাতি দিছিল। এওঁৰ পাছত মিশ্ৰদেৱ কুকুৰাবাহী সত্ৰৰ অধিকাৰ হয়। |
| ১২ | ১৩ | ৫৫ | বস্তাবাৰী অৰ্থাৎ কলাবাৰী, তেজপুৰ অঞ্চলত। |
| ১৩ | ১৪ | ৬৪ | এই পদত বনমালী দেৱৰ জন্ম, মাহ, তিথি, নক্ষত্ৰ, বাৰ, ক্ষণ, সকলো দিয়া আছে ; কিন্তু শক আৰু তাৰিখ নাই। অন্যান্য চৰিত্ৰ পুথিতো একে কথাকে দেখা যায়। শকৰ কথা যে কি কাৰণত উল্লেখ কৰা নহৈছিল তাক জানিব পৰা নাই। |
| ১৪ | ১৭ | ৬৭ | ইয়াৰ পৰা দেখা যায় যে বস্তাৰলী শাস্ত্ৰখন ৰচনা হোৱাৰ অলপ দিনৰ পাছতে চাৰিওফালেই বৰ আদৰ পাইছিল। |
| ১৫ | ২০ | ৮০ | বংশীধৰ দেৱ বা বংশীগোপালদেৱ (১১ নং টীকা চোৱা) |
| ১৬ | ২১ | ৮৬ | ৰজা, গুৰু আৰু বৈদ্যক শুদা হাতে দেখা কৰিব নাপায় বুলি শাস্ত্ৰত কথা আছে। |
| ১৭ | ২৩ | ৯৮ | গোঁসাই মিশ্ৰ, কুকুৰাবাহীৰ মিশ্ৰদেৱ অধিকাৰ। |
| ১৮ | ২৫ | ১০৭ | সৰু কালতে সত্ৰলৈ লৰা নি শিক্ষা দীক্ষা দি ভকত কৰা প্ৰথা এই সময়ৰে পৰা প্ৰচলিত থকা দেখা যায়। |

| ক্ৰমিক নম্বৰ | পৃষ্ঠা | পদ | |
|---|---|---|---|
| ১৯ | ৩২ | ১২৩ | অশ্বক্ৰান্ত বা অশ্বক্লান্ত তীৰ্থ—গুৱাহাটীৰ উত্তৰ পাৰে থকা প্ৰসিদ্ধ তীৰ্থস্থান। এই নামৰ উৎপত্তিৰ বিবৰণ সকলোৱে জানে। |
| ২০ | „ | ১২৪ | ভেলাই—ভেলা পাচনি নামেৰে এজন আচ্যৱন্ত লোক। এওঁ গুৱাহাটীলৈ বনমালীদেৱক আনি তাতে টকৌবাৰীত সত্ৰ সজাই দিয়ে। |
| ২১ | „ | ১২৫ | বৃদ্ধ ৰাজ-পুত্ৰ— দৰঙৰ প্ৰথম কোচৰজা ধৰ্মনাৰায়ণৰ পুত্ৰ মহেন্দ্ৰনাৰায়ণ। এওঁ ১৬৩৭ খৃষ্টাব্দৰ পৰা ১৬৪৩ খৃষ্টাব্দলৈ দৰঙৰ ৰজা আছিল। |
| ২২ | ৩৩ | ১২৯ | ভট্টদেৱ স্থান—পাটবাউসী সত্ৰ। |
| ২৩ | ৩৪ | ১৩৪ | দামোদৰ ঠাই—বেহাৰৰ মধুপুৰ সত্ৰ। |
| ২৪ | ৩৫ | ১৩৮ | এই কথাৰ পৰা কোন সময়ত বনমালীদেৱ বেহাৰত আছিল তাক জনা যায়। এই সময় ১৬৫০ খৃষ্টাব্দৰ অলপ আগে বা পাছে বুলি ধৰিব পাৰি। |
| ২৫ | ৩৬ | ১৪৪ | ৰাজা প্ৰাণনাৰায়ণ—১৬৩৩ খৃঃৰপৰা ১৬৬৬ খৃঃলৈ কোচবিহাৰৰ ৰজা আছিল। |
| ২৬ | ৩৮ | ১৫২ | এই পদ কেইফাকিৰ পৰা দেখা যায় যে বলদেৱৰ মৃত্যুৰ পাছত মধুপুৰ সত্ৰৰ অধিকাৰৰ স্বত্ব লই ভকত সকলৰ মাজত কিছু মতভেদ হৈছিল। |
| ২৭ | ৩৯ | ১৫৭ | এই বৈকুণ্ঠপুৰ সত্ৰ এতিয়াও কো বিহাৰত আছে। |
| ২৮ | ৩৯ | ১৬০ | পুৰুষোত্তম আৰু বনমালীদেৱৰ দুয়োৰো ওপৰত বৈকুণ্ঠপুৰ সত্ৰৰ ভাৰ পৰিল। |
| ২৯ | ৪১ | ১৬৬ | বৰ্তমান দক্ষিণপাট সত্ৰৰ প্ৰধান উপাস্য বিগ্ৰহ। |
| ৩০ | ৪৩ | ১৭৮ | স্বৰ্গদেৱ জয়ধ্বজ সিংহ মহাৰাজা। তেওঁৰ |

| ক্ৰমিক নম্বৰ | পৃষ্ঠা | পদ | |
|---|---|---|---|
| | | | শাসনকাল ১৫৫৬ খৃষ্টাব্দৰ পৰা ১৫৬৩ খৃষ্টাব্দলৈ। কথিত আছে, মৰঙী ৰজাৰ জীয়েক এগৰাকী জয়ধ্বজ সিংহৰ কুঁৱৰী আছিল। তেওঁৰে পৰা গোসাঁইৰ মাহাত্ম্য শুনি জয়ধ্বজ সিংহ ৰজাই গোসাঁইক নিবলৈ চেষ্টা কৰে। |
| ৩১ | ৪০ | ১৭৯ | এই কেলেঙাবিৰ বিশেষ বিৱৰণ আন পুথিত পোৱা নাই। |
| ৩২ | ৪১ | ১৯৬ | পদ্মাৱতী—পদ্মানদী। |
| ৩৩ | ৫১ | ১৯৮ | এই সত্ৰ মুৰ্চিদাবাদ জিলাত আছিল। তাৰ স্থাপিত মূৰ্ত্তি ৰাধা-গোপীনাথ। সত্ৰখন এতিয়া নচলা হোৱাত, এই মূৰ্ত্তিখনি শ্ৰীযুত ৰামচা বাবাজীৰ আখৰাত আছে। এতিয়াও দক্ষিণপাট সত্ৰৰ পৰা এই বিগ্ৰহৰ পূজা-সেৱাৰ বাবে বছৰি ৬৫৲ টকা খৰচ পঠোৱা হয়। পোঃ আঃ জীয়াগঞ্জ। |
| ৩৪ | ৫২ | ২০০ | থিলা—থিলা জয়পুৰ। পূব-কোচ ৰাজ্যৰ ৰাজধানী। কোকৰাঝাৰ ৰেল ষ্টেচনৰ ওচৰত। |
| ৩৫ | ৫২ | ২০৪ | নৃপবৰ্—জয়ধ্বজ সিংহ। |
| ৩৬ | ৫৫ | ২১৬ | কলিয়াবৰৰ সত্ৰ—"৺দেৱৰ সত্ৰ কলিয়া বৰ" নামেৰে খ্যাত। |
| ৩৭ | ৫৬ | ২২৪ | অতকৰা—এই ঠাই মাজুলি আইতগুৰি মৌজাত। |
| ৩৮ | ৫৭ | ২৩১ | মিৰজুমলাৰ আক্ৰমণৰ সময়—পাতনিত এই কথা বহলাই লিখা আছে। |
| ৩৯ | ৫৮ | ২৩২ | কুমৰ হাত—কুমাৰ হাট—সম্ভৱতঃ বৰ্ত্তমান শাল-মৰাত ( মাজুলি )। |
| ৪০ | ৫৮ | ২৩৫ | দক্ষিণপাট—ইয়াৰ পৰা দেখা যায় যে সেই সময়ত |

| ক্ৰমিক নম্বৰ | পৃষ্ঠা | পদ | |
|---|---|---|---|
| | | | ব্ৰহ্মপুত্ৰ দক্ষিণপাট সত্ৰৰ উত্তৰ ফালে দি আছিল। সত্ৰৰ নাম দিয়া হৈছিল বৈকুণ্ঠপুৰ; সম্ভৱতঃ মিছাবৰ বৈকুণ্ঠপুৰ সত্ৰৰ নামৰ অনুকৰণ। কিন্তু দক্ষিণপাট নাম হে প্ৰখ্যাত হৈ থাকিল। |
| ৪১ | ৬১ | ২৪৫ | ৰাজাৰ কুমৰ—চক্ৰধ্বজ সিংহ। |
| ৪২ | ৬৫ | ২৬০ | ৰামদেৱ—বনমালীদেৱৰ ভতিজা। দক্ষিণপাট সত্ৰৰ দ্বিতীয় অধিকাৰ, (খৃঃ ১৬৮৬—১৭০৩)। |
| ৪৩<br>৪৪<br>৪৫ | ৬৬<br>৬৭ | ২৬২<br>২৬৭ | এইখিনি পদৰ পৰা সংস্কৃত ভাগৱত, পদ-পুথি আৰু কীৰ্ত্তন কি ক্ৰমত পঢ়া হৈছিল তাক জানিব পাৰি। আজি কালিও কোনো কোনো সত্ৰত এই ক্ৰম চলি আছে। |
| ৪৬ | ৬৮ | ২৭০ | হাজোৰ হয়গ্ৰীৱ মাধৱৰ মূৰ্তি আৰু মন্দিৰ। |
| ৪৭ | ৬৯ | ২৮১ | পাতি দৰং অঞ্চলত থকা লোচ সত্ৰ। এই সত্ৰৰ বৰ্তমান অৱস্থা এতিয়া বেয়া। অজুৰ্নদেৱ দামোদৰদেৱৰ এজন প্ৰধান শিষ্য আছিল। |
| ৪৮ | ৭১ | ২৯০ | গোপেশ্বৰৰ মন্দিৰ বৰ্তমান বাইহাটা ষ্টেচনৰ পৰা ৬।৭ মাইলমান দক্ষিণ পূৱলৈ। |
| ৪৯ | ৭২ | ২৯৩ | জয়ধ্বজ সিংহ আৰু চক্ৰধ্বজ সিংহৰ সময়ত বনমালী দেৱৰ সন্মান আৰু ক্ষমতা কিমান আছিল ইয়াৰ পৰা জানিব পাৰি। |
| ৫০ | ৭২ | ২৯৪ | গোসাঞি মিশ্ৰ—কুকুৰাবাহী সত্ৰৰ অধিকাৰ মিশ্ৰদেৱ। |
| ৫১ | ৭২ | ২৯৫ | তেজপুৰ নগৰৰ ৬ মাইল উত্তৰলৈ থকা প্ৰসিদ্ধ হলেশ্বৰ মূৰ্তি। এই দেৱালয়ত এতিয়াও পূজা সেৱা |

| ক্ৰমিক নম্বৰ | পৃষ্ঠা | পদ | |
|---|---|---|---|
| | | | চলি আছে। তেতিয়াৰ দিনত হলেশ্বৰৰ ওচৰেদি ভৈৰবী বা ভৰেলী নদী আছিল। এতিয়া বহুত পূৰ্বলৈ আঁতৰি গৈছে। |
| ৫২ | ৭৬ | ৩১৬ | কলমালীদেৱৰ খোৱাৰ নমুনা পাতনিত দিয়া হৈছে, এনে কৰা ৩৪টা খোৱা এতিয়া পোৱা যায়। |
| ৫৩ | ৮০ | ৩২৭ | এই মূৰ্ত্তি এতিয়া দক্ষিণপাট সত্ৰত আছে। |
| ৫৪ | ৮০ | ৩৩৫ | কদলি বাড়ি—বৰ্ত্তমান কলাবাৰী, ( তেজপুৰ )। |
| ৫৫ | ৮০ | ৫১৬ | কলাবাৰীত এই সত্ৰ এতিয়াও আছে। কিন্তু অচ্যুতানন্দ মূৰ্ত্তিখন দক্ষিণপাট সত্ৰত হে আছে। |
| ৫৬ | ৮৮ | ৩৫৬ | এওঁলোক কোন আছিল, এতিয়াও জানিব পৰা নাই। |
| ৫৭ | ৯১ | ৩৬৮ | নাগ—অৰ্থ এডোখৰ ডাঙৰ আৰু দীঘল কাঠ। নাগদিয়া পুখুৰী প্ৰাচীন হিন্দু-নৃপতিৰ আৰ্হিৰে কৰা। আহোম-নৃপতিৰ আৰ্হিৰে কৰা পুখুৰীত নাগ নিদিছিল। |
| ৫৮ | ৯১ | ৩৭৩ | "চৌপন্থা"ত বহি দক্ষিণা দিয়া ৰীতি এতিয়াও সত্ৰত চলিত আছে। |
| ৫৯ | ৯৬ | ৩৯৬ | এওঁৰো একো বিশেষ বিৱৰণ আমি পোৱা নাই। |
| ৬০ | ১০২ | ৪১০ | সত্ৰগ্ৰাম—সম্ভৱতঃ কলাবাৰী অঞ্চলত আছিল। |

